# বিবিধ মানৱ

ডঃ ভুবন মোহন দাস



অসম একাডেমী ফৰ কালচাৰেল ৰিলেচন্‌চ্‌
গুৱাহাটী : অসম

**BIBIDH MANAV** : by Dr. Bhuban Mohan Das, Panbazar, Gauhati-1
Published by The Assam Academy for Cultural Relations, O'd University Colony, Gauhati-3, Assam. First Published : 1968.

প্ৰকাশক :
অসম একাডেমী ফৰ কালচাৰেল ৰিলেশনচ্
ওল্ড ইউনিভাৰ্চিটি কলোনী
চান্দমাৰী, গুৱাহাটী-৩

প্ৰথম প্ৰকাশ :
১৯৬৮ চন

বেটুপাতৰ চানেকী :
শ্ৰীমদনমোহন লহকৰ

মূল্য : ৪·৫০ প.

মুদ্ৰক :
শ্ৰীকালীচৰণ পাল
নৱজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

কলিকতা বিশ্ববিদ্যালয়ের নৃতত্ত্বের অধ্যাপক

শিক্ষাগুরু

পরম শ্রদ্ধাস্পদ

ডঃ শশাঙ্কশেখর সরকার দেবকে

শ্রদ্ধাঞ্জলি

## পৰিচয়

অসম একাডেমীয়ে ১৯৬৭-৬৮ চনত অসম চৰকাৰৰ শিক্ষা-বিভাগৰ অৰ্থসাহায্যেৰে প্ৰকাশ কৰিবলৈ যুগুত কৰা দুখন গ্ৰন্থৰ ভিতৰত ডক্টৰ ভুবনমোহন দাসৰ 'বিবিধ মানৱ'ও এখন। এই গ্ৰন্থত মানৱ জাতিৰ গোষ্ঠীয় বৈশিষ্ট্য, সমাজ, সংস্কৃতিকে আদি কৰি নৃতত্ত্ববিষয়ক তথ্য চমু আৰু প্ৰাঞ্জল ভাষাত প্ৰকাশ কৰা হৈছে। আঞ্চলিক ভাষাক উচ্চ শিক্ষাৰ মাধ্যমৰূপে প্ৰবৰ্তন কৰিবলৈ লোৱা সিদ্ধান্তৰ ফলত এনে ধৰণৰ বিজ্ঞানমূলক গ্ৰন্থৰ প্ৰয়োজন আমাৰ ভাষাত ক্ৰমে বাঢ়ি আহিছে। 'বিবিধ মানৱ'এ সাধাৰণ পাঠকৰ অনুসন্ধিৎসা নিবৃত্তি কৰাৰ উপৰিও নৃতত্ত্বৰ ছাত্ৰৰ উপকাৰত আহিব বুলি আশা কৰা যায়।

পুথিখন প্ৰকাশৰ বাবে প্ৰয়োজনীয় অৰ্থসাহায্য আগবঢ়োৱাৰ কাৰণে অসম চৰকাৰৰ শিক্ষাবিভাগৰ ওচৰত অসম একাডেমী কৃতজ্ঞ। কম সময়ৰ ভিতৰত পুথিখন লেখি ছপাৰ উপযোগী কৰি দিয়াৰ কাৰণে ডক্টৰ দাস আমাৰ শলাগৰ পাত্ৰ।

অসম একাডেমী,
গুৱাহাটী
৪।৪।৬৮

শ্ৰীসত্যেন্দ্ৰনাথ শৰ্মা

# লিখকৰ কথা

পৃথিবীৰ বিভিন্ন ঠাইত বিবিধ মানুহৰ বাস। মানুহবোৰৰ সাংস্কৃতিক-জীৱন, সমাজ-ব্যৱস্থা, ধৰ্ম্ম-বিশ্বাস, ভাষা আদি বেলেগ বেলেগ। কিন্তু সকলোবোৰকেই কিছুমান মৌলিক নীতিয়ে নিয়ন্ত্ৰণ কৰিছে। বিভিন্ন বিষয়ত প্ৰভেদ থাকিলেও সকলো বিধ মানুহেই মূলতঃ একে। এই দৃষ্টি-ভঙ্গীৰেই বিবিধ মানৱৰ বিষয়ে আলোচনা কৰিবলৈ চেষ্টা কৰা হৈছে।

'বিবিধ মানৱ' লিখোঁতে বহুতো কিতাপৰ সহায় লোৱা হৈছে। সেইবোৰৰ ভিতৰত বিশেষভাৱে উল্লেখযোগ্য বেমন্দ ফাৰ্থৰ হিউমেন টাইপচ্ ( Human Types ) নামৰ কিতাপখন। 'বিবিধ মানৱ'ত হিউমেন টাইপচৰ প্ৰভাৱ সুস্পষ্ট। কবলৈ গলে হিউমেন টাইপচক ভিত্তি কৰিয়েই 'বিবিধ মানৱ' গঢ় লৈছে।

কিতাপখন লিখি উলিওৱাৰ গুৰিতে অসম একাডেমীয়ে গ্ৰহণ কৰা আঁচনি এখন। একাডেমীৰ নিৰ্দ্দেশ মতেই কিতাপখন লিখিবলৈ লোৱা হৈছিল যদিও একাডেমীৰ উপ-সভাপতি, গুৱাহাটী বিশ্ববিদ্যালয়ৰ টেগোৰ প্ৰফেচৰ, শ্ৰদ্ধেয় ডঃ সত্যেন্দ্ৰনাথ শৰ্ম্মাদেৱ আৰু একাডেমীৰ দুটীয়া সম্পাদক, গুৱাহাটী কমাৰ্চ কলেজৰ অধ্যক্ষ, শ্ৰীভগৱানচন্দ্ৰ লহকৰদেৱে সময়ে সময়ে সোঁৱৰাই দি উৎসাহিত নকৰা হলে কিতাপখন লিখা হৈ নুঠিলহেতেন—এইবাবে তেখেতসকলৰ ওচৰত লিখক কৃতজ্ঞ।

**গুৱাহাটী বিশ্ববিদ্যালয়ৰ নৃতত্ত্বৰ অধ্যাপক ডঃ অন্নদাচৰণ ভাগৱতী, কটন কলেজৰ নৃতত্ত্বৰ অধ্যাপক শ্ৰীহৰিপ্ৰসাদ মিশ্ৰ, আৰ্য্য বিদ্যাপীঠ কলেজৰ নৃতত্ত্বৰ অধ্যাপিকা শ্ৰীৰেণুকা দাস আৰু সন্দিকৈ কলেজৰ**

অসমীয়াৰ অধ্যাপিকা শ্ৰীমঞ্জুমালা দাসে হাতে লিখা অৱস্থাত কিতাপখন পঢ়ি লিখকক নানান পৰামৰ্শ দিছিল। লিখকে এওঁলোকক ধন্যবাদ জনাইছে। শিল্পী শ্ৰীমদনমোহন লহকৰে বেটুপাতৰ চানেকী আঁকিছে। শ্ৰীকমলা বৰদলৈয়ে ছপাখানাৰ উপযোগীকৈ কিতাপখন নকল কৰি দিছে। লিখকে এওঁলোকৰ শলাগ লৈছে।

নবজীৱন প্ৰেছৰ অধ্যক্ষ শ্ৰীকালীচৰণ পালক ধন্যবাদ জনাবই লাগিব। কিয়নো মাত্ৰ তিনি সপ্তাহৰ ভিতৰতে তেখেতে কিতাপখন ছপা কৰি উলিয়াই দিছে। কিতাপখন প্ৰকাশ কৰা বাবে অসম একাডেমীৰ ওচৰত লিখক কৃতজ্ঞ।

চন্দ্ৰকুমাৰ ব'ড
পানবজাৰ, গুৱাহাটী
১৪ এপ্ৰিল, ১৯৬৮ চন

ভুবনমোহন দাস

# সূচী

## প্ৰথম অধ্যায়

## গোষ্ঠীয় বৈশিষ্ট্য আৰু মানসিক চৰিত্ৰ

পৃথিবীৰ সকলো মানুহকেই এক প্ৰজাতিভুক্ত কৰি সেই প্ৰজাতিটোৰ নাম দিয়া হৈছে হোমো চেপিয়ানস্। এই হোমো চেপিয়ানস্ প্ৰজাতিটো তিনিটা মুখ্য গোষ্ঠীত বিভক্ত। সেই কেইটা হল ককেচীয়, নিগ্ৰো আৰু মঙ্গোলীয়। প্ৰত্যেকটো মুখ্য গোষ্ঠীয়েই আকৌ কিছুমান উপগোষ্ঠীত বিভক্ত। উপগোষ্ঠীবোৰৰো ভাগ উপভাগ আছে। এই বিভিন্ন গোষ্ঠী উপগোষ্ঠীৰ মানুহবোৰ পৃথিবীৰ বিভিন্ন ঠাইত বাস কৰে।

ধৰ্ম আৰু ভাষা মানব সংস্কৃতিৰ দুটা প্ৰধান উপাদান। পৃথিবীৰ সকলো মানুহৰেই ধৰ্ম একে নহয়। ভাষাও ভিন ভিন। ভাৰতবৰ্ষত হিন্দু ধৰ্মাবলম্বী মানুহৰ সংখ্যা সৰহ। জাপান, দক্ষিণ-পূব এচিয়া আদি ঠাইত বৌদ্ধ ধৰ্মৰ প্ৰাধান্য বেছি। মধ্য-এচিয়া, পাকিস্তান আদি ঠাইত মুছলিম ধৰ্মৰ মানুহেই বেছি। ইউৰোপ আৰু আমেৰিকাত খৃষ্টিয়ান ধৰ্মাবলম্বী মানুহৰ সংখ্যা সৰহ। ইয়াৰ বাহিৰেও আন আন ধৰ্ম-বিশ্বাসী মানুহ পৃথিবীৰ নানান ঠাইত সিঁচৰিত হৈ আছে।

পৃথিবীৰ সকলো মানুহে একে ভাষা নকয়। মানুহৰ গোষ্ঠী বিভাগ কৰাৰ দৰে ভাষাবোৰকো বিভিন্ন গোষ্ঠীৰ অন্তৰ্ভুক্ত কৰি সেইবোৰক আকৌ ভাগ উপভাগত ভগাব পাৰি।

ধৰ্ম্ম আৰু ভাষাৰ দৰে সংস্কৃতিৰ আৰু বহুতো উপাদান আছে। সেইবোৰৰ কিছুমান মুখ্য, কিছুমান গৌণ। সেইবোৰো মানুহ ভেদে ভিন ভিন হয়। মানুহৰ সাংস্কৃতিক-জীৱন, সমাজ-ব্যৱস্থা, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰত প্ৰভেদ দেখা যায়।

ভাৰতৰ হিন্দুৱে ইজনে সিজনক লগ পালে নমস্কাৰ বিনিময় কৰে; ইংৰাজসকলে কৰমৰ্দ্দন কৰে; ফৰাচী মানুহে ইজনে সিজনক সাৱটি ধৰে, দুগালত চুমা খায়; পলিনেচীয়সকলে আকৌ ইজনে সিজনৰ নাকত নাকেৰে ঘঁহে। ভাৰতীয়সকলে নমস্কাৰ বিনিময় কৰাটো ইংৰাজসকলৰ মনঃপূত নহব পাৰে অথবা ইংৰাজসকলে কৰমৰ্দ্দন কৰাটো ফৰাচীসকলে শ্ৰদ্ধাৰ চকুৰে নাচাব পাৰে অথবা পলিনেচীয়সকলে নাকে নাকে ঘঁহা দেখি ভাৰতীয় এজনে হাঁহিব পাৰে। কিন্তু প্ৰত্যেকবিধে নিজৰ নিজৰ আচাৰ পালন কৰিবই। আচাৰ ৰীতি-নীতিৰ মূল্য নিৰূপণ নিজে যেনেকৈ কৰে, লোকে তেনেকৈ নকৰিলেও সেইবোৰ সেইবিধ মানুহে শ্ৰদ্ধাৰে পালন কৰে।

পশ্চিমীয়া সভ্যতাৰ ৰীতি অনুযায়ী বহু-বিবাহ নিষেধ। এজন মানুহৰ একে সময়ত এগৰাকীহে স্ত্ৰী থাকিব। ইয়াৰ বিপৰীতে যোৱাটো তেওঁলোকে নৈতিকতাবিহীন বুলি ভাবে। আনহাতে ইছলাম ধৰ্ম্মমতে এজনে বহু দাৰ গ্ৰহণ কৰাত কোনো ধৰ্ম্মীয় বাধা নাই। ভাৰতত হিন্দু বিবাহ বিধি গ্ৰহণ কৰাৰ আগলৈকে ভাৰতীয় হিন্দুৱে একাধিক পত্নী গ্ৰহণ কৰিব পাৰিছিল। এতিয়াও তেনে কৰাত ধৰ্ম্মৰ ফালৰপৰা কোনো বাধা নাই। আমাৰ মানুহে এজনী তিৰোতাই একাধিক স্বামী গ্ৰহণ কৰাৰ কথা ভাবিবই নোৱাৰে। সেইটো অতি লাজৰ আৰু ঘৃণাৰ কথা। অথচ নীলগিৰি পাহাৰত বাস কৰা টোডা নামৰ জনজাতিৰ আৰু তিব্বতীয় অঞ্চলৰ

কিছুমান মানুহে স্বচ্ছন্দে একাধিক স্বামী একে সময়তে গ্ৰহণ কৰে। তেনে কৰিলে কোনো নাৰীৰেই সামাজিক সন্মান ক্ষুণ্ণ নহয়। অসমীয়া হিন্দুৱে মোমায়েকৰ জীয়েকক বিয়া কৰাব কথা ভবাটোও পাপ। কিন্তু কিছুমান সমাজত এনে বিয়াহে আদৰ্শ বিয়া। সমাজে আদৰ্শ বিয়াত উৎসাহহে দিয়ে। গাৰো সমাজত শহুৰৰ মৃত্যুৰ পিছত জোঁৱায়েকে শাহুৱেকক স্ত্ৰী হিচাপে কেতিয়াবা গ্ৰহণ কৰে। আমাৰ মনত এইটো বিসদৃশ যেন লাগিব পাৰে; কিন্তু গাৰো সমাজে সেইটো সহজ ভাৱেই মানি লৈছে। এনেবোৰ নিয়মৰ গুৰিতে হ'ল ধৰ্ম্মীয় বিশ্বাস, সামাজিক ব্যৱস্থা, অৰ্থনৈতিক অৱস্থা আদি। এইবোৰ বিশ্লেষণ নকৰাকৈ নীতি-নিয়মৰ বিচাৰ কৰিবলৈ যোৱাটো কেতিয়াও যুক্তিসঙ্গত নহয়।

ভাৰতবৰ্ষ বা ইউৰোপতো নৈতিকতাৰ এটা শিক্ষা হল স্ত্ৰী-পুৰুষ উভয়ে বিয়াৰ আগলৈকে যৌন-কাৰ্য্যত লিপ্ত হব নেলাগে। অৱশ্যে পুৰুষৰ ক্ষেত্ৰত এনে নিয়ম বহুত সময়ত কিছু ঢিলাই দিয়া হয়। কিন্তু নাৰীৰ সতীত্ব এটা ডাঙৰ সম্পদ। আনহাতে বহুতো সমাজত, বিশেষকৈ আদিবাসী সমাজ কিছুমানত, প্ৰাক-বিবাহ কালত যৌন সম্পৰ্ক বিশেষ একো দোষণীয় নহয় বৰং তেনে সম্পৰ্ক গঢ়ি উঠাটো বাঞ্ছনীয়হে। কিয়নো তাৰ দ্বাৰা ল'ৰা-ছোৱালী উভয়ে যৌন অভিজ্ঞতা লাভ কৰিব আৰু সেয়ে সিহঁতক ভবিষ্যত জীৱনত সহায় কৰিব।

মুছলমান তিৰোতাই বোৰ্খা পিন্ধি গোটেই গাটো ঢাকি থয়। ভাৰতীয় হিন্দু নাৰীয়ে মূৰত ওৰণি লয়, ভৰিলৈকে পৰা কাপোৰ পিন্ধে। ইউৰোপৰ মহিলাই গাতহে কাপোৰ পিন্ধে, মুখখন আৰু ভৰিৰ কালে অনাবৃত থাকে। অসমীয়া তিৰোতাই কলাফুলটোকে দেখুৱাব নোখোজে। আনহাতে গাৰো ছোৱালীয়ে উদং বুকুৰে নিঃসঙ্কোচে গাঁৱত ঘূৰি ফুৰে। বহুতো সমাজত তিৰোতাই উদং বুকুৰে থাকে। কোনো কোনো ঠাইত মানুহে সম্পূৰ্ণকৈ উলঙ্গ হৈয়ে

থাকে। অনাবৃত বুকুৰে মানুহৰ আগত ওলালে বা তলৰ ফালে চুটিকৈ কাপোৰ পিন্ধিলে আমি শালীনতাবোধ নথকা বুলি কম। বোৰ্খা পিন্ধা তিৰোতা দেখিলে ইংৰাজ এজনে হাঁহিব। নিজৰ বাহিৰে আনবোৰ পোচাক কিবা আচহুৱা যেন লাগে, অথচ নিজে নিজৰ সাজপাৰৰ ধৰণত কোনো লাজ বা সঙ্কোচ বোধ নকৰে।

এস্কিমোসকলে বৰফেৰে সজা ইগলু নামৰ ঘৰবোৰত আৰামেৰেই বাস কৰে। গাৰো নগা মিকিৰ আদিয়ে বাঁহ-খেৰৰ ঘৰতেই সুখেৰে থাকে। গাৱঁত অসমীয়া মানুহে খেৰৰ পঁজাত থাকি অকণো অস্বস্তি নাপায়। ইউৰোপ আমেৰিকাৰ মহানগৰীবোৰত মানুহে পকী দালানত বাস কৰি আনবোৰ মানুহৰ ঘৰবোৰ কিবা বুলি ভাবিলেও কিন্তু আনবোৰ মানুহো নিজৰ নিজৰ ঘৰত আৰামেৰেই থাকে। মধ্য-এচিয়াৰ কাজাকসকলে জন্তুৰ ছালৰ তম্বুত থাকি যি সুখ পায়, দক্ষিণ আমেৰিকাৰ একেবাৰে দক্ষিণ অঞ্চলত বাস কৰা মানুহবোৰে বতাহ-আগচাত ( wind break ) থাকি সেই একে সুখেই পায়।

পৃথিবীৰ বিভিন্ন ধৰ্ম্মবোৰৰ মাজত মৌলিক সাদৃশ্য আছে যদিও কিছুমান বিশ্বাস আৰু আচাৰত নানান প্ৰভেদ দেখা যায়। এই বিশ্বাসবোৰ মানুহৰ মনত এনেভাৱে শিপায় যে যুক্তি বা কাৰণ দেখুৱায়ো সেইবোৰ মনৰ পৰা সহজে আঁতৰ কৰিব নোৱাৰি। দাৰ্শনিকসকলে বা আধ্যাত্মিক বিষয় লৈ আলোচনা কৰা সকলে ধৰ্ম্মবিশ্বাসৰ মৌলিক নীতিবোৰ একে বুলি কৈ থাকিলেও সাধাৰণ মানুহে ধৰ্ম্মীয় আচাৰবোৰ সহজে এৰি দিবলৈ টান পায়। তেওঁ-লোকে ধৰ্ম্মীয় বাধা-নিষেধ, ধৰ্ম্মীয় আচাৰবোৰতেই বেচি প্ৰাধান্য আৰোপ কৰি সেইবোৰকেই খামুচি ধৰি থাকে। গোঁড়া হিন্দু এজনে মৰি গলেও গো-মাংস ভক্ষণ নকৰে। তেনেদৰে গোঁড়া মুছলমান এজনক কেতিয়াও গাহৰিৰ মঙহ খুৱাব নোৱাৰি। গো-মাংসই হিন্দু এজনৰ শৰীৰত বা গাহৰিৰ মাংসই মুছলমান এজনৰ একো অপকাৰ নকৰে বুলি শৰীৰ-বিজ্ঞানে কয়। কিন্তু মনস্তত্ত্বৰ

ফালৰপৰা কৰলৈ গলে এইবোৰে অপকাৰ কৰে। এজন মুছলমানে নজনাকৈ গাহৰিৰ মাংস খালে শৰীৰত কোনো ৰোগ নোহোৱাকৈয়ে সেই মাংস হজম কৰিব। কিন্তু যদি খাই উঠাৰ পিছত জানে যে তেওঁ নিষিদ্ধ মাংস ভক্ষণ কৰিছে, হয়তো তেওঁ শাৰীৰিক অসুস্থতা বোধ কৰিব। তেনে অৱস্থাত মানুহে বতিয়াই দিয়াৰ উদাহৰণো আছে। গতিকে ঘটনাটোৰ গুৰিতে শৰীৰ নহয়, মনহে।

হিন্দুৰ তীৰ্থপীঠবোৰৰ আলিবাটত ষাঁড়বোৰে ঘূৰি ফুৰি মানুহক আমনি দিয়ে। ইংৰাজ এজনে হয়তো ভাবি আচৰিত হব, যাঁড়বোৰ তেনেকৈ মানুহে এৰি দিছে কিয়? হালত নোজোৰে কিয় অথবা গাড়ী টনা কামতেই বা নলগায় কিয়? কিন্তু এনে মনোভাব প্ৰকাশ কৰিলে গোঁড়া হিন্দু এজন খঙত জ্বলি উঠিব। কিয়নো সেই যাঁড়বোৰ ভগবানৰ উদ্দেশ্যে উৎসৰ্গা কৰা হৈছে—সেইবোৰ পবিত্ৰ।

সাম্প্ৰতিক কালত গো-হত্যা বন্ধ কৰিবলৈ ভাৰতবৰ্ষত ঠায়ে ঠায়ে আন্দোলন হৈয়েই আছে। এই আন্দোলনৰ গুৰিতেই এনে ধৰ্ম্ম-বিশ্বাস নহয় জানো? গৰুৰ গাখীৰ হিন্দুৰ মতে পবিত্ৰ। কিন্তু বহুতো মঙ্গোলীয় জনজাতিৰ লোকে গাখীৰ নাখায়।

এইদৰে পৰ্য্যালোচনা কৰি গলে বিভিন্ন বিধ মানুহৰ মাজত সাংস্কৃতিক আৰু সামাজিক দিশত নানান প্ৰভেদ ওলাই পৰিব। এতিয়া প্ৰশ্ন হৈছে, এই প্ৰভেদবোৰ কি কাৰণে হৈছে, ইয়াৰ গুৰিত কি আছে? ইয়াৰ মূলতে গোষ্ঠীয় বৈশিষ্ট্য অৰ্থাৎ বংশগতি নে পাৰিপাৰ্শ্বিক অৱস্থা নে সাংস্কৃতিক ঐতিহ্য? এইবোৰ এটা এটাকৈ বিশ্লেষণ কৰি বিচাৰ কৰি চাব লাগিব।

পৃথিবীৰ বিভিন্ন ঠাইৰ বিভিন্ন বিধ মানুহৰ পৰা উদাহৰণ ললে এইবোৰ বিশ্লেষণ কৰাত উজু হব। উদাহৰণবোৰ প্ৰধানকৈ আদিবাসী সমাজৰ পৰাই লোৱা হব—কিয়নো তেওঁলোকৰ সমাজ ব্যৱস্থা বা সংস্কৃতি তুলনামূলকভাৱে সহজ আৰু সৰল; সেইবাবে বিশ্লেষণ কৰাত সুবিধা।

এই বিষয়ে আলোচনা কৰিবলৈ যোৱাৰ আগতে পৃথিবীৰ মানৱগোষ্ঠী কেইটামানৰ লগত অলপ পৰিচিত হৈ লোৱাটো ভাল হব যেন পাওঁ। বৰ্ত্তমানকালত সকলো বৈজ্ঞানিকে এটা কথা মানি লৈছে যে সমগ্ৰ পৃথিবীৰে বিভিন্ন ঠাইত বাস কৰা সকলোবোৰ মানুহেই এক প্ৰজাতিভুক্ত। অৰ্থাৎ পৃথিবীৰ যিকোনো মানুহৰ মাজতো জীৱবিজ্ঞাৰ ফালৰপৰা কোনো বাধা নোহোৱাকৈ মিলন হব পাৰে। তেনে ধৰণৰ মিলনৰ ফলত সতি-সন্ততিৰ জন্মও হব।

কোনো এখন মহানগৰীৰ আলিবাটত ঘূৰি ফুৰিলেই জনা যায় যে পৃথিবীৰ সকলোবোৰ মানুহ দেখাত একে ধৰণৰ নহয়। কলিকতাৰ কথাকেই লোৱা যাওক। কলিকতাত চীনাবজাৰ বুলি এডোখৰ ঠাই আছে। তাত প্ৰধানকৈ চীনা মানুহবোৰ থাকে। সিহঁত চৌৰংগীপাৰাত ঘূৰি ফুৰা শ্বেতাংগ মানুহবোৰৰ পৰা শাৰীৰিক বৈশিষ্ট্যত পৃথক বুলি এবাৰ দেখিলেই কব পাৰি। আকৌ বঙালী-প্ৰধান অঞ্চলত বাস কৰা বঙালীবোৰ আগৰ দুয়োবিধ মানুহৰ কোনো এবিধৰ লগতো নিমিলে। তেনেকৈ এংলো-ইণ্ডিয়ানবোৰ আনবোৰ মানুহৰ পৰা পৃথক। অসমখনকো উদাহৰণ হিচাপে লব পাৰি। গুৱাহাটীৰ অসমীয়া অধিবাসীবোৰ ছিলং বা নগা পাহাৰৰ অধিবাসীৰ পৰা শাৰীৰিক বৈশিষ্ট্যত বেলেগ।

এনে ধৰণে থকা প্ৰভেদবোৰৰ কথা সাধাৰণভাবে চকুৰে চায়ে কব পাৰি। কিন্তু নৃতাত্ত্বিকসকলে ইয়াতকৈ সূক্ষ্ম পদ্ধতি ব্যৱহাৰ কৰে অথবা বৈজ্ঞানিক দৃষ্টিভঙ্গীৰে চায়। বিভিন্নবিধ মানুহ গঢ় হিচাপে কিমান ওখ, মূৰৰ আকৃতি কেনেকুৱা, শৰীৰৰ আন আন অঙ্গ-প্ৰত্যঙ্গবোৰ কেনে ইত্যাদি নানান বিষয়-বস্তু আলোচনা কৰি সেইবিধ মানুহক আনৰ পৰা পৃথক বা একে দলভুক্ত কৰিবলৈ যত্ন কৰে।

এনে ধৰণৰ প্ৰভেদ থাকিলেও কিন্তু মূলগতভাবে সকলোবোৰ মানুহেই একে। মূলগত উমৈহতীয়া লক্ষণ থকা বাবেই সকলোবোৰ

মানুহক এক প্ৰজাতিভুক্ত কৰিব পৰা হৈছে। ছুইছদেশীয় বৈজ্ঞানিক লিনিয়াচে এই কথা ১৭৩৮ চনতেই মন কৰিছিল আৰু তেওঁ মানুহৰ প্ৰজাতিটোৰ নাম দিছিল হোমো চেপিয়ানস্। হোমো মানে মানুহ আৰু চেপিয়ানস্ শব্দই জ্ঞানী অৰ্থ কৰে। এইটো লেটিন শব্দ। আমি অসমীয়াত হোমো চেপিয়ানস্‌ক প্ৰকৃত মানৱ বুলি কব পাৰো। লিনিয়াচে তেওঁ জনা সকলোবোৰ প্ৰাণী আৰু উদ্ভিদকে বিভিন্ন শ্ৰেণীভুক্ত কৰিছিল। তেওঁৰ শ্ৰেণী-উপশ্ৰেণীবোৰৰ একেবাৰে শীৰ্ষদেশত স্থান দিছিল হোমো চেপিয়ানস্ নামৰ প্ৰজাতিটোক।

লিনিয়াচেও জানিছিল পৃথিবীৰ নানান ঠাইত বাস কৰা সকলোবোৰ মানুহেই একে নহয়। সেইকাৰণে সকলোবোৰ মানুহক এক প্ৰজাতিভুক্ত কৰিলেও একে প্ৰজাতিৰ ভিতৰত থকা বিভিন্নবিধ মানুহৰ কথা সম্পূৰ্ণৰূপে উলাই কৰিব নোৱাৰি। সেইবোৰৰ উমৈহতীয়া শাৰীৰিক লক্ষণবোৰলৈ লক্ষ্য ৰাখি সিহঁতক কিছুমান দলভুক্ত কৰিব লাগিব। লিনিয়াচে চাৰিবিধ মানুহৰ কথা কৈছে— আমেৰিকাছ (আমেৰিকান ইণ্ডিয়ান), ইউৰোপিয়াছ, এচিয়াটিকাছ আৰু আফেৰ বা আফ্ৰিকান। তেওঁ কোৱা এই চাৰিবিধ মানুহৰ লক্ষণবোৰ এনেধৰণে বৰ্ণনা কৰিব পাৰি:—

**আমেৰিকাছ:** মানুহবোৰ পৰিশ্ৰমী। একে কামতে লাগি থাকিব পাৰে। মুকলিমূৰীয়া আৰু যি পায় তাতেই সন্তুষ্ট।

**ইউৰোপিয়াছ:** এই মানুহবোৰ প্ৰাণৱন্ত। পাতল স্বভাৱৰ। আৱিষ্কাৰৰ প্ৰতি তেওঁলোকৰ ধাউতি আছে।

**এচিয়াটিকাছ:** মানুহবোৰ পাৰ্গত, উগ্ৰ আৰু কৃপণ।

**আফেৰ:** মানুহবোৰ বৰ ধূৰ্ত, লেহেম। কোনো বিষয়তে মন নিদিয়ে, আওকণীয়া।

বিশ্লেষণ কৰিলে দেখা যায় যে মানুহক বিভিন্ন দলভুক্ত কৰা, লিনিয়াচৰ এই ব্যৱস্থাৰ তেনে কোনো বৈজ্ঞানিক ভিত্তি নাই।

তেওঁ স্বভাৱ অনুসাৰে মানুহক ভাগ কৰিছে; শাৰীৰিক বৈশিষ্ট্য অনুসাৰে নহয়। সন্তুষ্ট, পৰিশ্ৰমী বা ধূৰ্ত্ত মানুহ সকলো দেশতে সকলো মানুহৰ মাজতে থাকিব পাৰে। সেইটো কোনো দলগত প্ৰকৃতি নহব পাৰে। তথাপি শ্ৰেণীবিভাগৰ প্ৰথম পথ-প্ৰদৰ্শক হিচাপে লিনিয়াচৰ নাম আমি কৃতজ্ঞতাৰে সুঁৱৰিব লাগিব।

ব্লুমেনবেচ এজন পণ্ডিত লোক। তেওঁক নৃতত্ত্বৰ প্ৰতিষ্ঠাতা বুলি কলেও বিশেষ একো বঢ়াই কোৱা নহয়। ১৭৭৫ চনত তেওঁ মানুহক বিভিন্ন শ্ৰেণী বা দলত বিভক্ত কৰাৰ আন এটা পদ্ধতি উলিয়ায়। গাৰ বৰণৰ ওপৰত নিৰ্ভৰ কৰি তেওঁ পৃথিবীৰ মানুহক পাঁচোটা ভাগত ভগালে। পিছলৈ এইবোৰৰ নাম দিয়া হল গোষ্ঠী (race)। নামকৰণ কৰিলে ফৰাচী দেশীয় বৈজ্ঞানিক বাফনে। এতিয়াৰপৰা গোষ্ঠী বুলিলে raceঅক বুজোৱা হব।

ব্লুমেনবেচৰ পাঁচটা ভাগ হল ককেচীয় বা শ্বেত, মঙ্গোলীয় বা পীত, ইথোপিয়া বা কৃষ্ণ, আমেৰিকান বা ৰক্ত, মালয়ী বা মুগা। তেওঁ এই বিভাগবোৰ জীৱবিদ্যাৰ ভিত্তিত কৰিছে অৰ্থাৎ তেওঁ শাৰীৰিক বৈশিষ্ট্যলৈ লক্ষ্য ৰাখি এনেদৰে গোষ্ঠীবিভাগ কৰিবলৈ বিচাৰিছে।

ইয়াৰ পিছত আৰু বহুতো নৃতাত্বিক ওলাল। তেওঁবিলাকে দেখিলে যে মাত্ৰ এবিধ শাৰীৰিক লক্ষণক ভিত্তি কৰি গোষ্ঠীবিভাগ কৰা কোনো ৰকমেই বিজ্ঞানসন্মত নহব। কিয়নো মাত্ৰ এবিধ লক্ষণৰে মানুহৰ বৰ্ণনা দিব নোৱাৰি। তদুপৰি আৰু বহুতো লক্ষণ আছে যিবোৰ জীৱবিদ্যাৰ নীতি মানি চলে। অকল চকুৰে চাই শাৰীৰিক বৈশিষ্ট্য বৰ্ণনা কৰাটোও বৈজ্ঞানিক পদ্ধতি নহয়। বিভিন্ন জনে বিভিন্ন ধৰণে বৰ্ণনা কৰিব পাৰে। সেইকাৰণে অকল বৰ্ণনাৰ ওপৰতে নিৰ্ভৰ নকৰি শৰীৰৰ বিভিন্ন ভাগৰ জোখ-মাখ লোৱাৰ ব্যৱস্থা কৰিব লাগে।

এনেদৰে সময় যোৱাৰ লগে লগে বিভিন্ন নৃতাত্বিকে বিভিন্ন

শাৰীৰিক লক্ষণ গোষ্ঠীবিভাগৰ আলম হিচাপে লোৱাৰ কথা কৈ আহিছে। আমি চমুকৈ ইয়াত সেই সকলৰ কথা আলোচনা কৰিম।

১৮৮৯ চনত দেনীকাৰ নামে এজন নৃতাত্ত্বিকে গাৰ বৰণ, চুলিৰ গঢ় আৰু নাকৰ আকৃতিক আলম কৰি লৈ মানুহক উনত্ৰিশটা ভাগত ভাগ কৰিলে। আকৌ ১৯৩৩ চনত আইকষ্টেদে মূল গোষ্ঠী তিনিটা বুলি কৈছে। সেইকেইটা হল—ইউৰোপীয়, মঙ্গোলীয় আৰু নিগ্ৰো। সেইবোৰ আকৌ বিভক্ত হৈছে এঠৰটা উপগোষ্ঠীত; তিনিটা আনুসঙ্গিক গোষ্ঠী, এঘাৰটা আনুসঙ্গিক উপগোষ্ঠী আৰু তিনিটা মধ্যৱৰ্ত্তী গোষ্ঠীত। ১৯৫০ চনত গার্ন, কুন আৰু বাদৰ্চেল নামে তিনিজন নৃতাত্ত্বিকে অন্য ধৰণে গোষ্ঠীবিভাগ কৰিলে। তেওঁলোকে নিগ্ৰো, মঙ্গোলীয়, শ্বেত, অষ্ট্ৰেলীয়, আমেৰিকান, ইণ্ডিয়ান আৰু পলিনেচীয়—এই ছটাক মূল হিচাপে লৈ ত্ৰিশটা বিভিন্ন গোষ্ঠীৰ কথা কৈছে।

সেই একে বছৰতে উইলিয়াম বয়ড নামে এজন নৃতাত্ত্বিকে ছটা মানৱগোষ্ঠী বিচাৰি পাইছে। তেওঁৰ সেই গোষ্ঠীকেইটা হল—আদিম ইউৰোপীয় ( ককেচীয় ), আফ্ৰিকান ( নিগ্ৰো ), এচিয়াটিক ( মঙ্গোলীয় ), আমেৰিকান, ইণ্ডিয়ান আৰু অষ্ট্ৰেলীয়। এওঁবিলাকৰ বাহিৰে হুটন, হেদন আদি বহুতো নৃতাত্ত্বিকে নানাভাবে গোষ্ঠী-বিভাগ কৰিছে। হুটনৰ মতে আদি বা প্ৰথমা গোষ্ঠী তিনিটা যেনে,—ককেচীয়, নিগ্ৰো আৰু মঙ্গোলীয়। সেইকেইটা বিভক্ত হৈছে বিভিন্ন দ্বিতীয় গোষ্ঠী, মিহলি গোষ্ঠী আৰু উপগোষ্ঠীত।

ইমানবোৰ জটিলতালৈ নগৈ সাধাৰণভাবে কব পাৰি যে মুখ্য মানৱগোষ্ঠী তিনিটা—ককেচীয়, মঙ্গোলীয় আৰু নিগ্ৰো। কোনো কোনোৱে অষ্ট্ৰেলীয়বোৰক লৈ আন এটা মুখ্য গোষ্ঠী কৰিব খোজে। কিন্তু আনে অষ্ট্ৰেলীয়ক প্ৰাচীন ককেচীয় নাম দি ককেচীয়ৰ অন্তৰ্ভুক্ত কৰিছে। এই মুখ্য গোষ্ঠীকেইটা আকৌ নানান উপ-গোষ্ঠীত বিভক্ত হৈছে।

এতিয়া কথা হৈছে, গোষ্ঠীবিভাগ কেনেকৈ কৰা হৈছে। ওপৰত উল্লেখ কৰি অহা হৈছে যে ১৭৩৮ চনৰ পৰাই গোষ্ঠীবিভাগৰ চেষ্টা কৰা হৈছে। নানাজনে নানাভাবে বিভিন্ন শাৰীৰিক বৈশিষ্ট্যবোৰক ভিত্তি কৰি গোষ্ঠীবিভাগ কৰিছে। সেই সকলোবোৰ বৈশিষ্ট্য বা গোষ্ঠীবিভাগৰ আলমক আমি তিনিটা প্ৰধান ভাগত ভগাব পাৰো।

প্ৰথম, কিছুমান সাধাৰণ অতি পৰিচিত শাৰীৰিক লক্ষণ। এই লক্ষণবোৰৰ বংশগতি ভালদৰে জনা নাযায়। তেনেবোৰ হ'ল, গাৰ বৰণ, চুলি, নাক, মুখ, চকু, উচ্চতা আদি। এইবোৰ কিছুমান চকুৰে চাই বৰ্ণনা কৰিব পাৰি। যেনে, চুলিৰ ৰং, চুলিৰ গঢ়, চকুৰ ৰং আদি। উচ্চতা, মূৰৰ দীঘ, নাকৰ প্ৰস্থ আদি উলিয়াবলৈ জোখ-মাখৰ প্ৰয়োজন। কিছুমান লক্ষণ অনুবীক্ষণ যন্ত্ৰেৰে চালেহে ধৰা পৰে।

দ্বিতীয়, কিছুমান বৈশিষ্ট্যৰ বংশগতিৰ কথা ভালদৰে জনা আছে। তেনেবোৰৰ ভিতৰত বিশেষভাবে উল্লেখযোগ্য হৈছে তেজ।

তৃতীয়, কিছুমান বৈশিষ্ট্য সকলো মানুহৰ মাজত দেখা নাযায়। যেনে, কোন কোন ৰাসায়নিক বস্তু জিভাৰে চাকি চালে এজন মানুহে তিতা পাব, আন এজনে হয়তো কোনো সোৱাদেই নেপায়। সুস্থ মানুহ এজনে ৰঙা, নীলা, সেউজীয়া বৰণৰ পাৰ্থক্য ঠিকমতে ধৰিব পাৰে, কিছুমানে নোৱাৰে। এইবোৰৰ বংশগতিও ভালদৰে জনা আছে।

প্ৰধানকৈ সাধাৰণতে এই কেইটাক গোষ্ঠী বিভাগৰ আলম হিচাপে লোৱা হয়—গাৰ বৰণ, চুলি, উচ্চতা, মূৰ, নাক, মুখ, চকু, হাত, আঙুলি আৰু ভৰিৰ চাপ আৰু তেজ। এইখিনিতে এটা কথা মনত ৰখা ভাল হব যে কোনো এদল মানুহৰ গোষ্ঠীয় শাৰীৰিক লক্ষণবোৰ চৰ্চ্চা কৰোতে সেইদল মানুহৰ লক্ষণবোৰৰ গড় হিচাপহে লোৱা হয়।

ওপৰত উল্লেখ কৰা হৈছে, কিছুমান লক্ষণৰ বংশগতি ভালদৰে

জনা নেযায়; কিছুমান ভালদৰে জনা গৈছে। বংশগতি জনা লক্ষণবোৰ অলপ বেলেগ ধৰণে অধ্যয়ন কৰিব পাৰি। কথাটো অলপ বহলাই কোৱা যাওক। শৰীৰৰ বৈশিষ্ট্য নিয়ন্ত্ৰণ কৰে কোষৰ ভিতৰত থকা ক্ৰোমোজোমত অৱস্থিত জিনবোৰে। সাধাৰণ ভাবে কবলৈ গলে এটা নিৰ্দ্দিষ্ট লক্ষণক নিয়ন্ত্ৰিত কৰিবলৈ দুটা জিন থাকে। এটা জিন আহে নাৰীৰ পৰা আৰু আনটো আহে পুৰুষৰ পৰা। দুয়োটা জিনে সেই নিৰ্দ্দিষ্ট লক্ষণক ৰূপ দিয়ে। সেই ৰূপটো আমি বাহিৰত দেখা পাওঁ। আমি সেই বাহিৰৰ ৰূপটোকে গোষ্ঠী বিভাগত প্ৰয়োগ কৰিব পাৰো।

কিন্তু যদি সেই বিশেষ লক্ষণটোৰ বংশগতি জনা থাকে তেনেহলে জিনবোৰক আমি গোষ্ঠী বিভাগৰ কামত লগাব পাৰিম। এটা উদাহৰণ লোৱা যাওক। মানুহৰ তেজক নানান কাৰণত নানান উপায়েৰে নানান ভাগত ভাগ কৰা হৈছে। তেনে এবিধ প্ৰণালীৰ নাম এম-এন ( M-N ) প্ৰণালী। ধৰা যাওক, এজন মানুহৰ তেজ এম ভাগত পৰে। এম তেজ হবলৈ দুটা জিন আছে আৰু সেই দুটা জিনেই এম জিন। আকৌ যিজন মানুহৰ তেজ এম-এন সেইজনৰ জিন দুটাৰ এটা হল এম জিন; আনটো হল এন জিন। যিজনৰ এন তেজ, তেওঁৰ দুয়োটা জিনেই এন জিন। এতিয়া যদি বাহিৰৰ ৰূপটো লওঁ অৰ্থাৎ তেজ কেনেকুৱা বুলিলে তিনিবিধ তেজ পোৱা যাব। যেনে, এম, এম-এন আৰু এন। কিন্তু জিনকেইটা বুলিলে, দুটা জিনহে পাম। যেনে, এম জিন আৰু এন জিন। সেই হিচাপে আমি দুটা ধৰণে মানুহ এদলক অধ্যয়ন কৰিব পাৰো। প্ৰথম, এদল মানুহৰ মাজত এই তিনিবিধ মানুহৰ অনুপাত কেনে চাব পাৰো। দ্বিতীয়, সেই একে দল মানুহৰ মাজত এম আৰু এন জিনৰ অনুপাত উলিয়াব পাৰো। বৰ্ত্তমান সময়ত এই দ্বিতীয় পদ্ধতিটোৱে বৈজ্ঞানিক স্বীকৃতি বেছিকৈ পাইছে।

এই পদ্ধতি অবলম্বন কৰা সম্ভব, বংশগতি ভালদৰে জনা থাকিলেহে। অন্যথা জিনলৈ নচাই বাহিৰ ৰূপটোকেই লব লাগিব।

ওপৰত উল্লেখ কৰি অহা উলিয়াম বয়ডে জিনৰ অনুপাতে গোষ্ঠী বিভাগ কৰিছে। বৰ্ত্তমান বহুতকেই তেওঁৰ পদ্ধতি অনুসৰণ কৰা দেখা গৈছে।

প্ৰথমেই লোৱা যাওক নিগ্ৰো গোষ্ঠী। এই গোষ্ঠীক প্ৰধানকৈ দুভাগত ভগাব পাৰি। যেনে, আফ্ৰিকাৰ নিগ্ৰো আৰু মহাসাগৰীয় নিগ্ৰো। আফ্ৰিকাৰ নিগ্ৰো পাঁচ ভাগত বিভক্ত। (১) প্ৰকৃত নিগ্ৰো: পশ্চিম আফ্ৰিকা আৰু গিনি উপকূল ইহঁতৰ বাসভূমি। (২) নাইলোটিক নিগ্ৰো: ইহঁত থাকে পূব চুদান আৰু নীল উপত্যকাৰ উজনি অংশত। কোনো কোনো নাইলোটিক নিগ্ৰোৰ মাজত ইউৰোপীয় সংমিশ্ৰণ দেখা যায় বাবে ইহঁতক প্ৰকৃত নিগ্ৰো বুলিব নোৱাৰি। (৩) বাণ্টু ভাষাভাষী নিগ্ৰো: মধ্য আৰু দক্ষিণ আফ্ৰিকাৰ বিভিন্ন অঞ্চলত ইহঁতৰ বাস। (৪) বুচমেন আৰু হটেনতট: ইহঁত থাকে দক্ষিণ আফ্ৰিকাত। (৫) নেগ্ৰিলো: ইহঁতক আফ্ৰিকাৰ পিগমী বুলি কোৱা হয়।

মহাসাগৰীয় নিগ্ৰোৰ দুটা ভাগ—(১) নেগ্ৰিটো আৰু (২) পাপুয়ান আৰু মেলানেচীয়ান।

নিগ্ৰোৰ দৰে ককেচীয় গোষ্ঠীৰ উপভাগবোৰ বৰ সুস্পষ্টভাবে বিচাৰি উলিওৱা সহজ নহয়। ককেচীয়ৰ উপভাগ বহুতো। তাৰ ভিতৰত উল্লেখযোগ্য হৈছে—(১) ভূমধ্যসাগৰীয়: এই মানুহবোৰৰ আদি বাসস্থান ভূমধ্যসাগৰীয় অঞ্চল। কিন্তু বৰ্ত্তমানে ইহঁত বিভিন্ন ঠাইত সিঁচৰিত হৈ পৰিছে। ভাৰতবৰ্ষতো এই গোষ্ঠীৰ মানুহ দেখা যায়। (২) নৰ্দিক: জাৰ্ম্মানী, ফ্ৰান্স, বৃটিছ দ্বীপপুঞ্জ, বেলজিয়াম আদি ঠাইত ইহঁতে বাস কৰে। (৩) আলপাইন; (৪) আৰ্ম্মেনীয়; (৫) দিনাৰিক; (৬) লাপ; (৭) দ্ৰাবিড়; (৮) পলিনেচীয়; (৯) আইনু আদি। এইবোৰৰ বাহিৰে বিশেষভাবে উল্লেখযোগ্য

হল অষ্ট্ৰেলীয় বা প্ৰাচীন ককেচীয়। ইহঁতৰ দুটা ভাগ। প্ৰথম ভাগত পৰে অষ্ট্ৰেলিয়াৰ আদিবাসীবোৰ। দ্বিতীয় ভাগ প্ৰাক-দ্ৰাবিড়, ভেদ্দীদ আদি বিভিন্ন নামেৰে পৰিচিত।

মঙ্গোলীয়বোৰক ভৌগোলিক বিস্তাৰ অনুসৰি প্ৰধানকৈ চাৰিটা ভাগত ভগাব পাৰি। যেনে—(১) মধ্যাঞ্চলৰ বা প্ৰকৃত মঙ্গোলীয়; (২) উত্তৰৰ বা মেৰুৰ মঙ্গোলীয় বা এস্কিমীয়; (৩) দক্ষিণৰ বা ইন্দো-মালয়ৰ মঙ্গোলীয় আৰু (৪) আমেৰিকাৰ মঙ্গোলীয় বা আমেৰিকান ইণ্ডিয়ান।

ওপৰৰ আলোচনাৰ দ্বাৰা ইয়াকে দেখুৱাবলৈ চেষ্টা কৰা হৈছে যে জীৱবিদ্যাত কৰা প্ৰাণী বিভাগ আৰু মানৱগোষ্ঠী বিভাগৰ ব্যৱস্থা মূলতে একেই। জীৱবিদ্যাৰ ভেটিতেহে গোষ্ঠী বিভাগ কৰা হৈছে। কিন্তু এই কথালৈ মন নকৰাকৈয়ে নানান জনে নানান ভাবে গোষ্ঠী শব্দটো ব্যৱহাৰ কৰি কিছুমান ভ্ৰান্ত ধাৰণাৰ অৱতাৰণা কৰিছে। গোষ্ঠীৰ সংজ্ঞা বহুজনে বহু ধৰণে দিয়াৰ বাবে জটিলতা আৰু বেছি বাঢ়িছে। গোষ্ঠীৰ অপপ্ৰয়োগৰ ফলতে নানান ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক সমস্যাই দেখা দিছে। কুৰি শতিকাৰ আৰম্ভণিৰ পৰা এনেবোৰ সমস্যাৰ প্ৰতি বৈজ্ঞানিক আৰু চিন্তাশীল ব্যক্তি সকলৰ দৃষ্টি বেছিকৈ আকৰ্ষিত হৈছে। গোষ্ঠী আৰু গোষ্ঠীবাদ লৈ নানান আলোচনাৰ পাতনি মেলা হৈছে। সেই আলোচনাৰ অপপ্ৰয়োগে কোনো কোনো সময়ত সমস্যা জটিলতৰহে কৰি তুলিছিল।

এইবোৰ কাৰণত ইউনেস্কোই ( UNESCO ) এই সমস্যাৰ সমাধানৰ প্ৰতি মনোযোগ দিয়ে। গোষ্ঠীবাদ আৰু উৎকৃষ্ট আৰু নিকৃষ্ট গোষ্ঠীৰ ভ্ৰান্ত ধাৰণা যাতে মানুহৰ মনত আৰু শিপাব নোৱাৰে তাৰবাবে ব্যৱস্থা গ্ৰহণ কৰিবলৈ ১৯৪৯ চনত এই অনুষ্ঠানত এটা সিদ্ধান্ত লোৱা হয়। তাৰবাবে কেইজনমান প্ৰসিদ্ধ নৃতাত্বিকক আমন্ত্ৰণ জনোৱা হয়। নৃতাত্বিকসকলে সেই আমন্ত্ৰণত সহাঁৰি

জনাই ১৯৫১ চনত গোষ্ঠী সংক্রান্তত কেইটামান সিদ্ধান্তত উপনীত হয়। তেওঁলোকে তেওঁলোকৰ বক্তব্য লিপিবদ্ধ কৰি মতামতৰ বাবে দেশ-বিদেশৰ প্ৰখ্যাত নৃতাত্ত্বিক সকললৈ পঠায়। সেই মতামতবোৰ সংগ্ৰহ কৰি প্ৰকাশো কৰা হয়।

ইউনেস্কোৰ আমন্ত্ৰণক্ৰমে জগত-বিখ্যাত নৃতাত্ত্বিকসকলে আলোচনা কৰি প্ৰকাশ কৰা মতামতবোৰৰ কিছু অংশ সাধাৰণভাবে এনে ধৰণে কব পাৰি—

সকলো বৈজ্ঞানিকে মানি লৈছে যে বৰ্ত্তমান পৃথিবীত বাস কৰা সকলোবোৰ মানুহেই হোমো চেপিয়ানস্ নামৰ এক প্ৰজাতিভুক্ত। এই সকলোবোৰ মানুহৰেই উৎপত্তি হৈছে এক উমৈহতীয়া ঠালৰ পৰা। অৱশ্যে বিভিন্ন মানুহবোৰ কেতিয়া আৰু কেনেকৈ উমৈহতীয়া মূল ঠালৰ পৰা ফালৰি কাটি আহিল, সেই বিষয়ে মতানৈক্য আছে।

প্ৰাচীন কালৰে পৰা মানুহবোৰ ইঠাইৰ পৰা সিঠাইলৈ প্ৰব্ৰজন কৰিছিল। প্ৰাগ-ঐতিহাসিক আৰু ঐতিহাসিক যুগতো এনে ধৰণৰ প্ৰব্ৰজন কৰাৰ প্ৰমাণ আছে। এনে প্ৰব্ৰজনৰ বাবেই বিভিন্ন মানুহবোৰৰ মাজত অবাধে সংমিশ্ৰণ হৈছিল। ফলস্বৰূপে ভৌগোলিক সীমাৰেখাৰে মানুহবোৰক ভাগ কৰিব নোৱাৰি। সাধাৰণভাবে কবলৈ গলে ইউৰোপৰ মানুহৰ গাৰ বৰণ বগা, নাক ঠেক আৰু দীঘল। ওঁঠ পাতল। কিন্তু ইউৰোপৰ বাহিৰত থকা কৃষ্ণবৰ্ণৰ মানুহৰ মাজতো কোনো কোনোৰ গাৰ বৰণ পাতল। আকৌ মোটা ওঁঠ আৰু বহল নাকৰ কৃষ্ণবৰ্ণৰ মানুহৰ মাজতো পাতল ওঁঠ আৰু ঠেক নাকৰ মানুহ দেখা যায়। দক্ষিণ আফ্ৰিকাত বাস কৰা হটেনভট মানুহবোৰ চুটি চাপৰ। কিন্তু সেই হটেনভটৰ মাজতো কোনো কোনো মানুহ ওখাৰ ফালে যিবোৰ ইউৰোপৰ বাস কৰা সবাতোকৈ চুটি মানুহতকৈ ওখ। অৰ্থাৎ কোনো গোষ্ঠীৰ বিশিষ্ট লক্ষণ বুলিলে প্ৰতিজন মানুহৰ শাৰীৰিক লক্ষণক বুজোৱা

নহয়, গড় হিচাপে মানুহবোৰ কেনে সেইটোহে গণ্য কৰা হয়। গোষ্ঠী এটাৰ শাৰীৰিক লক্ষণবোৰ বৰ্ণনা কৰোতে বুজিব লাগিব সেইবোৰ গড় হিচাবে মানুহৰ লক্ষণ। মানুহবোৰ গড়ে মধ্যমীয়া উচ্চতাৰ হব পাৰে, কিন্তু সেই মানুহজাকৰ মাজত ওখ আৰু চুটিচাপৰ মানুহো পোৱা যায়। তেনেকৈ সকলো ধৰণৰ নাক বা মূৰ থাকিব পাৰে। গড় হিচাপে কোনবিধৰ প্ৰাধান্য বেছি সেইটোহে ধৰ্ত্তব্য।

এখন দেশত বাস কৰা মানুহবোৰক গোষ্ঠী অনুযায়ী ভাগ কৰিবলৈ চেষ্টা কৰিলে সমস্যাই জটিল ৰূপ ধাৰণ কৰে। তেনেদৰে একে সংস্কৃতি মানি চলা অথবা একে ঐতিহ্য থকা মানুহবোৰৰ মাজতো গোষ্ঠীয় লক্ষণ বিচাৰিবলৈ যাওঁতে বহুতো অসুবিধাৰ সন্মুখীন হবলগীয়া হয়। ভাৰতৰ মানুহৰ গোষ্ঠীয় বিভাগ কৰিবলৈ কেইবাজনো নৃতাত্ত্বিকে প্ৰচেষ্টা চলাইছে। তেওঁলোকে বিভিন্ন মানুহৰ মাজত বিভিন্ন গোষ্ঠীয় লক্ষণ বিচাৰি পাইছে। ভাৰতীয় মানুহৰ মাজত কেইবাটাও গোষ্ঠী উপগোষ্ঠীৰ সংমিশ্ৰণ দেখা যায়।

ইউৰোপত বহুতদিনৰে পৰা দুবিধ মানুহ সম্বন্ধে বিতৰ্ক চলি আহিছে। সেই দুবিধ মানুহ হল, নৰ্দিক আৰু ইহুদী। নৰ্দিক গোষ্ঠীৰ মানুহ বুলি নিজৰ পৰিচয় দি বহুতেই গৌৰব অনুভব কৰে। নৰ্দিক গোষ্ঠীৰ মানুহবোৰে নিজকে সৰ্ব্বোৎকৃষ্ট গোষ্ঠীৰ মানুহ বুলি ভাবে। ইউৰোপৰ বিভিন্ন দেশসমূহত বাস কৰা লোকসকলৰ ভিতৰত চুইদেনৰ চুইদীয় সকলৰ গাতেই সকলোতকৈ বেছি নৰ্দিকৰ লক্ষণ আছে বুলি তেওঁলোকে ভাবে। উনৈশ শতিকাৰ শেষ ভাগলৈকে তেওঁলোকে ইয়াকে লৈ বৰ গৰ্ব্ব অনুভব কৰিছিল। কিন্তু ১৮৯৭-৯৮ চনত Retgius আৰু Furst নামৰ দুজন বৈজ্ঞানিকে ৪৫,০০০ মানুহৰ জোখ-মাখ লৈ দেখিলে যে সেই মানুহবোৰৰ শতকৰা ৯১ ভাগ মানুহৰ মাজতহে পূৰ্ণ নৰ্দিক লক্ষণ আছে। লক্ষণবোৰ হল নীলা চকু, দীঘল মূৰ, মিহি চুলি আৰু উচ্চতা। এইবোৰৰ লগত যদি

নীলা চকুৰ, মিহি চুলিৰ আৰু একে উচ্চতাৰ মধ্যমগূৰীয়া মানুহ-বোৰক যোগ দিয়া হয়, তেন্তে সমগ্ৰ চুইদেনৰ ভিতৰত মাত্ৰ ২৯ জনৰ মাজতহে নৰ্দিক লক্ষণ দেখা যায়। ইয়াৰ প্ৰায় ত্ৰিশ বছৰ পিছত Lundborg আৰু Lindevs অৰ তত্বাৱধানত ৪৭,০০০ মানুহৰ জোখ-মাখ কৰা হয়। এইবাৰো দেখা যায় যে চুইদেনৰ সকলো মানুহৰ গাতে নৰ্দিক লক্ষণ নাই। তথাপি দেখা গৈছে, সকলোবোৰ মানুহৰ ভিতৰত চুইদীয় সকলৰ গাতহে তুলনামূলক ভাবে বেছি নৰ্দিক লক্ষণ আছে।

জাৰ্মানসকলেও নিজকে নৰ্দিক গোষ্ঠীৰ বুলি ভাবি গৌৰৱবোধ কৰে। কিন্তু তেওঁলোকৰ মাজত নৰ্দিক গোষ্ঠীৰ লক্ষণ চুইদীয়তকৈ কম। জাৰ্মানসকলৰ মাজত নানান ধৰণৰ শাৰীৰিক লক্ষণ দেখা যায়। উত্তৰ-পশ্চিম অংশত বাস কৰা মানুহবোৰ ওখ। তেওঁ-লোকৰ মূৰ দীঘল, চকু নীলা বা পাতল বৰ্ণৰ, চুলি মিহি। এইবোৰ নৰ্দিক লক্ষণ। কিন্তু এই ধৰণৰ মানুহৰ বাহিৰেও আৰু বহুতো বিধ মানুহ আছে, যিসকলৰ শাৰীৰিক বৈশিষ্ট্য এনেধৰণে বৰ্ণাব নোৱাৰি। বিশেষকৈ দক্ষিণ আৰু পূব ভাগত এনে বহুতো মানুহ আছে, যিসকলৰ মূৰ বহল, চুলি মুগা বৰ্ণৰ, চকুও মুগা বৰণীয়া। মানুহবোৰ বেছি ওখও নহয়। এইসকলক আলপাইন গোষ্ঠীৰ বুলি কব পাৰি। নৰ্দিক আৰু আলপাইন লক্ষণৰ বাহিৰেও এই দুই গোষ্ঠীৰ মিশ্ৰিত লক্ষণযুক্ত নানান মানুহে জাৰ্মানীৰ বিভিন্ন ঠাইত বাস কৰে।

এইদৰে বিশ্লেষণ কৰি চালে দেখা যাব যে জাৰ্মান, চুইদীয়, ফৰাচী বা ইংৰাজ, কোনোৱেই বিশুদ্ধ বা সম্পূৰ্ণ নৰ্দিক গোষ্ঠীৰ নহয়। কোনো এবিধ মানুহৰ সকলোৱেই বা কোনো এখন দেশৰ সকলো অধিবাসীয়েই সম্পূৰ্ণ নৰ্দিক লক্ষণযুক্ত নহয়। প্ৰাচীন কালৰে পৰা চলি থকা প্ৰব্ৰজনৰ ফলত হোৱা সংমিশ্ৰণৰ বাবেই 'বিশুদ্ধ' গোষ্ঠীৰ মানুহ পাবলৈ টান।

এইবাৰ অহা যাওক ইহুদীসকলৰ কথালৈ। ইহুদীসকল কোন? বহুতেই ভাবে ইহুদী বুলি এটা গোষ্ঠী আছে বা সকলো ইহুদী একেটা গোষ্ঠীৰ মানুহ। কিছুমান বিশেষ শাৰীৰিক বৈশিষ্ট্যৰ দ্বাৰা ইহুদীবোৰক চিনিব পাৰি। কথাটো সঁচা নহয়। সাম্প্ৰতিক কালৰ অধ্যয়নে প্ৰমাণ কৰি দেখুৱাইছে যে ইহুদী বুলি কোনো গোষ্ঠী নাই। কোনো গোষ্ঠীয় লক্ষণৰ দ্বাৰা ইহুদী এজনক চিনি উলিওৱাটো সম্ভৱপৰ নহয়। ইউৰোপৰ প্ৰায়বোৰ দেশতে ইহুদী আছে। সকলোবোৰ দেশৰ সকলো ইহুদীৰ শাৰীৰিক লক্ষণ একে নহয়। উত্তৰ ইউৰোপৰ ইহুদীবোৰৰ বেছি ভাগ দেখাত ধুনীয়া, চকুৰ বৰণ পাতল, মূৰ বহল। কিন্তু দক্ষিণ ইউৰোপৰ ইহুদীৰ মাজত ক'লা চুলি আৰু মুগা বৰণীয়া চকুৰ প্ৰাধান্য বেছি। সিহঁত দীঘল-মূৰীয়া অৰ্থাৎ ইহুদীবোৰৰ উমেহতীয়া গোষ্ঠীয় লক্ষণ নাই। বৰং বিদেশত যিবোৰ মানুহৰ মাজত ইহুদীৰ বাস সেইবোৰৰ লগতহে কিছু পৰিমাণে সাদৃশ্য দেখা যায়।

ইউৰোপৰ বাহিৰতো ইহুদীয়ে বাস কৰে। সেই ইহুদীসকলৰ মাজত শাৰীৰিক বৈশিষ্ট্যৰ ক্ষেত্ৰত প্ৰভেদ বেছি। আবিচিনীয়াত বাস কৰা ইহুদীৰ নাম ফালাচাচ। ফালাচাচৰ সাদৃশ্য আবিচিনীয়াৰ অধিবাসীৰ লগত। সংমিশ্ৰণৰ ফলত অথবা নিজৰ ভিতৰতে হোৱা প্ৰাকৃতিক বাচনিৰ বাবে তেনে সাদৃশ্য দেখা যাব পাৰে। আকৌ ককেচাচ অঞ্চলত বাস কৰা ককেচীয় ইহুদীবোৰৰ মূৰ বৰ বহল। আনহাতে আৰবৰ ইয়েমেনত বসতি কৰা ইহুদীৰ মূৰ মধ্যমীয়া; কিন্তু উত্তৰ আফ্ৰিকাৰ ইহুদী দীঘল-মূৰীয়া।

এই সকলোবোৰে সূচায় যে ইহুদী বুলি কোনো গোষ্ঠী নাই। ইহুদী লক্ষণ বুলি কোনো গোষ্ঠীয় লক্ষণ নাই। শাৰীৰিক বৈশিষ্ট্যৰ দ্বাৰা ইহুদীক চিনিব পাৰি বুলি কোৱা কথাষাৰৰ কোনো সত্যতা নাই। এতিয়া প্ৰশ্ন হল ইহুদী বুলি যদি কোনো গোষ্ঠী নাই, তেন্তে ইহুদীসকল কি? ইহুদীসকলে এটা সাংস্কৃতিক গোট গঠন

কৰিছে। সেই গোটৰ মানুহবিলাকৰ ধৰ্ম্ম একে, ঐতিহ্য একে। আৰু কিছু পৰিমাণে তেওঁলোকৰ জীৱন ধাৰণৰ নীতি-নিয়ম একে, তেওঁলোকৰ আশা-আকাঙ্খাও একে। সামাজিক আৰু অর্থনৈতিক কাৰণে তেওঁলোকক বাধ্য কৰাইছে কোনো এখন দেশৰ বা নগৰৰ একোণত আছুতীয়াকৈ থাকিবলৈ। তাৰ ফলত তেওঁলোক আৰু বেছি সংঘবদ্ধ হৈছে, তেওঁলোকৰ মাজত একতা বাঢ়িছে। তেওঁলোকে নিজৰ ভিতৰতে বিয়া-বাৰু কৰায়, নিজৰ মাজত থাকে। তেওঁলোকৰ জীৱিকাৰ প্রধান সম্বল হৈছে বাণিজ্য। তেনেকৈ একলীয়াকৈ নিজৰ ভিতৰতে থকাৰ ফলত তেওঁলোকেও ভাবিবলৈ আৰম্ভ কৰিছে যে সকলো ইহুদী একে গোষ্ঠীৰ মানুহ। কথাটো যে সঁচা নহয়, আমি দেখি আহিছোঁ।

এইবাৰ ভাৰতবৰ্ষৰ কথাকে লোৱা যাওক। ভাৰতীয় বুলিলে ভাৰতত থকা সকলো মানুহকেই বুজায়। ভাৰতীয় এটা জাতীয় পৰিচয়, গোষ্ঠীয় পৰিচয় নহয়। কিয়নো ভাৰতীয় মানুহৰ মাজত নানান গোষ্ঠীৰ অৱদান দেখা যায়। ভাৰতৰ ওৰাওঁ, চাওঁতাল, কানিকাৰ, মালে আদি জনজাতিবোৰৰ মাজত প্রাক-অষ্ট্রেলীয় গোষ্ঠীয় লক্ষণ বৰ স্পষ্ট। অসমৰ খাচিয়া, গাৰো, নগা আদি জনজাতিবোৰ মঙ্গোলীয় গোষ্ঠীৰ। উত্তৰ প্রদেশ, বিহাৰ, বঙ্গদেশ আদি ঠাইত ককেচীয় গোষ্ঠীৰ ভূমধ্যসাগৰীয়, আলপাইনীয় আদি নানান বৈশিষ্ট্য দেখা যায়। নৰ্দিক লক্ষণযুক্ত মানুহো ভাৰতত নোহোৱা নহয়। গতিকে শাৰীৰিক বৈশিষ্ট্যৰ দ্বাৰা এজন মানুহক ভাৰতীয় বুলি কোৱা বৰ সহজ নহয়।

ওপৰৰ আলোচনাৰ পৰা এইটো ওলাই নপৰেনে যে গোষ্ঠী (race) আৰু জাতিৰ (nation) মাজত থকা প্রভেদৰ সীমাৰেখাদাল বৰ স্পষ্ট। গোষ্ঠীয় চৰিত্রবোৰ হৈছে বংশগতিৰ সূত্র মানি চলা শাৰীৰিক বৈশিষ্ট্য কিছুমান। সেইবোৰ গোষ্ঠীৰ মানুহ উমৈহতীয়া। আনহাতে জাতি বুলিলে এনে এদল মানুহক বুজোৱা হয়, যিদলৰ

মানুহবোৰৰ ঐতিহ্য একে, সামাজিক চৰিত্ৰ উমৈহতীয়া। নাই-লোটিক নিগ্ৰো এটা গোষ্ঠীয় ভাগ। মূৰৰ গঢ়, মুখৰ গঠন, গাৰ বৰণ আদি বৈশিষ্ট্যৰ ওপৰত নিৰ্ভৰ কৰি সিহঁতক এটা গোষ্ঠীৰ বোলা হৈছে। তেনেকৈ নেগ্ৰিটোও এটা গোষ্ঠী। সেই গোষ্ঠীৰ মানুহ-বোৰৰ উমৈহতীয়া শাৰীৰিক লক্ষণ কিছুমান আছে। কিন্তু অসমীয়া বুলিলে এটা জাতিক বুজোৱা হয়। অৰ্থনৈতিক পৰিবেশ, সামাজিক জীৱন, আইন-কানুন, সংস্কৃতি আদি সকলো অসমীয়াৰে একে ধৰণৰ। শাৰীৰিক লক্ষণ সকলো অসমীয়াৰে একে নহয়। অসমীয়া বুলিলে মঙ্গোলীয় গোষ্ঠীৰ আহোম, কছাৰী, ৰাভা আদিৰ পৰা ব্ৰাহ্মণ, ক্ষত্ৰিয়, কলিতা আদি ককেচীয় গোষ্ঠীৰ সকলো মানুহকে সাঙোৰে। তেনে ধৰণে জাৰ্ম্মান বা ফৰাচী একো একোটা জাতিহে, গোষ্ঠী নহয়। ইংৰাজ বুলি কোনো গোষ্ঠী নাই। কোনো মানুহে যদি ভাবে বৃটিছ দ্বীপপুঞ্জত থকা সকলো মানুহেই একে গোষ্ঠীৰ, তেন্তে তেওঁ ভুল কৰিব। ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক বা সাংস্কৃতিক পৰিবেশ একে হব পাৰে, কিন্তু সেই বুলি তেওঁলোকৰ গোষ্ঠী একে হোৱাৰো কোনো যুক্তি নাই।

জাতিৰ পিছতে আহি পৰে ভাষা-গোট। গোষ্ঠী আৰু ভাষা-গোট একে নহয়। গ্ৰেট বৃটেনৰ কথাকে লোৱা যাওক। তাত ৱেলচ, গেলিক আৰু ইংলিছ—এই তিনিটা ভাষা প্ৰচলিত। কিন্তু তিনিটা ভাষা কোৱা তিনিবিধ মানুহক বেলেগ কৰি তিনিটা গোষ্ঠী কৰিব নোৱাৰি। এজন মানুহে সহজেই নিজৰ ভাষা কৰলৈ এৰি আন ভাষা গ্ৰহণ কৰি নতুন ভাষা-গোটৰ এজন হিচাপে পৰিচয় দিব পাৰে। কিন্তু তাৰ দ্বাৰা তেওঁলোকে নিজৰ গোষ্ঠীয় বৈশিষ্ট্যৰ পৰিবৰ্ত্তন সাধিব নোৱাৰে।

এইখিনিতে আৰ্য্যসকলৰ কথা উল্লেখ কৰিব পাৰি। প্ৰকৃত অৰ্থত আৰ্য্য বুলি কোনো গোষ্ঠী নাই। আৰ্য্য শব্দটো গোষ্ঠী অৰ্থত ব্যৱহাৰ কৰিলে ভুল কৰা হব। ১৭৮৮ চনত জোনচে (W. Jones)

সংস্কৃত, গ্ৰীক, লেটিন, জাৰ্মান আৰু কেল্টিক ভাষাৰ মাজত মূলতে সাদৃশ্য থকাৰ কথা প্ৰকাশ কৰাত সেই কথা মানি লৈ ১৮১৩ চনত থমাচ ইয়ংএ ( Thomas Young ) এই সকলোবোৰ ভাষাৰে উমৈহতীয়া গুৰি বিচাৰি তাৰ নাম দিয়ে ইন্দো-ইউৰোপীয়। ১৮২০ চনত ৰোডে ( J. H. Rhode ) এই ভাষাভাষী মানুহৰ আদি বাসস্থান মধ্য এচিয়া বুলি কয়। ইয়াৰ পিছতে কেলপ্ৰোথে ( J. Kalproth ) পৰামৰ্শ আগবঢ়াই ইন্দো-ইউৰোপীয়ৰ পৰিবৰ্ত্তে 'ইন্দো-জাৰ্মানীয়' শব্দটো ব্যৱহাৰ কৰিবলৈ। বপ ( Boop ), প্ৰিকাৰ্ড ( Prichard ) আদিয়ে সেই পৰামৰ্শ মানি সেই মানুহবোৰৰ নাম দিলে 'ইন্দো-জাৰ্মানীয়'। এই নতুন নামটো মানুহৰ মাজত বেচ জনপ্ৰিয় হৈ পৰিল। ১৮৪০ চনত পটে ( F. A. Poot ) জনালে যে এই মানুহবোৰৰ আদি বাসস্থান হিন্দুকুশ পাহাৰৰ পশ্চিমৰ নামনি অঞ্চলত। উনৈশ শতিকাৰ শেষ ভাগলৈকে সকলোৱে পটৰ কথাকে মানি লৈছিল।

ইয়াৰ পিছত আহিল মেক্সমুলাৰ ( Max Muller )। ১৮৬১ চনত তেওঁ জনালে যে এই মানুহবোৰৰ আদি বাসস্থান এচিয়াত। তেওঁৰ মতে সেই মানুহবোৰক ইন্দো-ইউৰোপীয় বা ইন্দো-জাৰ্মানীয় নাম দিয়াৰ কোনো যুক্তি নাই। তাৰ পৰিবৰ্ত্তে সেই সকলৰ নাম দিব লাগে আৰ্য্য। কিয়নো এইসকল লোকেই এসময়ত ভাৰতবৰ্ষত প্ৰৱেশ কৰিছিল। তেওঁলোকৰ ভাষা আছিল সংস্কৃত আৰু তেওঁলোকে নিজকে আৰ্য্য বুলি পৰিচয় দিছিল। তেতিয়াৰ পৰাই আৰ্য্য শব্দটোৰ বহুল প্ৰচলন হল। এই আৰ্য্যসকলেই হিন্দু, পাৰ্চী, গ্ৰীক, ৰোমান, শ্লাভ, কেল্ট, জাৰ্মান আদি লোকৰ পূৰ্ব্বপুৰুষ। পিছলৈ সকলোৱে আৰ্য্যসকলক এটা গোষ্ঠীয় গোট বুলিবলৈ ধৰিলে। তেওঁলোকে পাহৰি গল আৰ্য্য শব্দই এটা ভাষাভাষী গোটকহে বুজায়। কিন্তু মেক্সমুলাৰে নিজে এই কথা বুজি পাইছিল। তেওঁ জানিছিল যে আৰ্য্যসকলৰ জীৱতাত্বিক ভিত্তি নাই অৰ্থাৎ গোষ্ঠী

নহয়। আৰ্য্য সম্পূৰ্ণৰূপে ভাষাভাষী গোট এটাহে। তেওঁ নিজে লিখি থৈ গৈছে—To me an ethnologist who speaks of Aryan race, Aryan blood, Aryan eyes and hair, is as great sinner as a linguist who speaks of a dolichocephalic dictionary or a brachycephalic grammar. এনেকৈ লিখাৰ পিছতো কিন্তু কোনেও সেই কথালৈ বিশেষ মন নকৰিলে। বৰং 'আৰ্য্য গোষ্ঠী' শব্দটো বৰ জনপ্ৰিয় হৈ উঠিল।

তেনেদৰে নৃতাত্বিক অভিধানত লেটিন গোষ্ঠী বুলি কোনো মানব-গোষ্ঠী নাই। নৃতাত্বিকে লেটিন সভ্যতা থকাৰ কথাহে জানে। সেই লেটিনীয় সভ্যতা ইটালী বা ভূমধ্যসাগৰীয় অঞ্চলত সীমাবদ্ধ নাছিল; ইংলণ্ড, পশ্চিম জাৰ্ম্মানী আদি নানান ঠাইত সেই সভ্যতা বিস্তাৰিত হৈছিল।

আৰ্য্য যদি গোষ্ঠী নহয়, লেটিন বুলি যদি কোনো গোষ্ঠী নাই, ইহুদীসকলক যদি গোষ্ঠীয় গোট বুলি কব নোৱাৰি, অসমীয়া যদি কোনো গোষ্ঠীৰ পৰিচয় নহয়, তেন্তে গোষ্ঠী কি, কোনবোৰ? এইবিষয়ে আগতে আলোচনা কৰি অহা গৈছে।

গোষ্ঠীয় বৈশিষ্ট্যবোৰ সাংস্কৃতিক লক্ষণৰ পৰা কি বিষয়ত পৃথক? গোষ্ঠীয় বৈশিষ্ট্যবোৰে বংশগতিৰ সূত্ৰ মানি চলে। সেইবোৰ উপৰি পুৰুষৰ পৰা পোৱা। সেইবোৰ নিজে আহৰণ কৰি লব নোৱাৰি। নিজৰ ইচ্ছাৰে সেইবোৰৰ সালসলনি কৰিব নোৱাৰি। সেইবোৰে বংশগতিৰ নিয়ম মানি উত্তৰ-পুৰুষলৈ যাব। কিন্তু সাংস্কৃতিক লক্ষণবোৰ সহজেই আহৰণ কৰি লব পাৰি। মানুহে নিজৰ ইচ্ছামতে পিতৃপুৰুষৰ কৌটিকলীয়া সংস্কৃতি এৰি নতুন সংস্কৃতি গ্ৰহণ কৰিব পাৰে।

দুটামান উদাহৰণ লোৱা যাওক। এটা নিগ্ৰো লৰাক যদি ককেচীয় গোষ্ঠীৰ ইংৰাজ এজনে সৰুৰে পৰা নিজৰ ঘৰত পালন

কৰি ডাঙৰ দীঘল কৰে, সেই লৰাটোৱে স্বাভাৱিকতেই ইংৰাজৰ সামাজিক বা সাংস্কৃতিক লক্ষণবোৰ গ্ৰহণ কৰিব। আচাৰ-ব্যৱহাৰ, চাল-চলন বা আন সাংস্কৃতিক উপাদানৰ দ্বাৰা সেই নিগ্ৰো লৰাটোক ইংৰাজ পৰিয়ালৰ পৰা পৃথক কৰা সম্ভৱ নহয়। কিন্তু যিকোনো মানুহেই মুখলৈ চায়েই কৈ দিব যে সেইটো লৰা ককেচীয় গোষ্ঠীৰ নহয় বা ইংৰাজ নহয়।

চীনা আক্ৰমণত তিব্বতৰ পৰা খেদা খোৱা বহুতো ল'ৰা-ছোৱালী ইউৰোপৰ বিভিন্ন দেশৰ বিভিন্ন পৰিয়ালত ডাঙৰ দীঘল হব লাগিছে। সেই ল'ৰা-ছোৱালীবোৰ মাক-দেউতাকৰ মনত আচহুৱা হৈ গৈছে। সিহঁতক আৰু সামাজিক ৰীতি-নীতিৰে তিব্বতীয় বুলি চিনিব নোৱাৰি। কিন্তু সিহঁতৰ মুখৰ গঢ়ত মঙ্গোলীয় লক্ষণ এতিয়াও স্পষ্ট।

আমাৰ অসমৰ কেইবাটাও পাহাৰী জনজাতিৰ এক বুজন অংশই খৃষ্টীয় ধৰ্ম্ম গ্ৰহণ কৰি, পশ্চিমীয়া সভ্যতা অনুকৰণ কৰি একেবাৰে পশ্চিমীয়া যেন হৈ পৰিছে। তেওঁলোকে পশ্চিমীয়া ভাষা কৈ, পশ্চিমীয়া ধৰণে থাকি, নিজকে পশ্চিমীয়া বুলি ভাবিব পাৰে। কিন্তু শাৰীৰিক গঠন বৈশিষ্ট্যত এতিয়াও সেই মঙ্গোলীয়। সেই শাৰীৰিক বৈশিষ্ট্য তেওঁলোকে পশ্চিমীয়া সকলৰ পৰা ভাষা কৃষ্টি গ্ৰহণ কৰাৰ দৰে গ্ৰহণ কৰিব নোৱাৰে। শাৰীৰিক বৈশিষ্ট্য যে অন্য গোষ্ঠীৰ পৰা গ্ৰহণ কৰিব নোৱাৰি তেনে নহয়; পাৰি। কিন্তু তাৰবাবে প্ৰয়োজন যৌন মিলন বা বৈবাহিক দিশত সংমিশ্ৰণ।

বংশগতিৰ নীতি মানি শাৰীৰিক বৈশিষ্ট্যবোৰ গোষ্ঠীৰ মানুহৰ মাজত প্ৰবাহিত হৈ আছে। তেনেকৈয়ে গোষ্ঠীবোৰ টিকি আছে। সামাজিক বা সাংস্কৃতিক লক্ষণবোবো সেই একেদৰেই পুৰুষানুক্ৰমে চলি আছে। পূৰ্ব্বপুৰুষৰ পৰা বৰ্ত্তমান পুৰুষে পাইছে। তাৰপৰা উত্তৰ-পুৰুষলৈ গৈছে। কিন্তু দুয়োটা পুৰুষ পৰম্পৰা নীতিৰ মাজত মূলতঃ পাৰ্থক্য আছে।

গোষ্ঠী আৰু সংস্কৃতি কোনোটোৱেই স্থিতিশীল নহয়। যুগে যুগে কৃষ্টিৰ পৰিবৰ্ত্তন হৈ আহিছে। এবিধ পৰিবৰ্ত্তন স্বতঃস্ফূৰ্ত্ত। হয়তো প্ৰয়োজনৰ খাতিৰতো তেনেবোৰ পৰিবৰ্ত্তন আহে, আৰু সমাজে তাক মানি লয়। অন্যথা সমাজখনেই ধ্বংস হৈ যাব। প্ৰত্যেক সমাজ বা সংস্কৃতিৰে নিজস্ব প্ৰাণ-প্ৰাচুৰ্য্য বা জীৱনী শক্তি আছে। এই শক্তিয়ে পৰিবৰ্ত্তন সাধি সমাজ বা সংস্কৃতিক বচাই ৰাখে, আগবঢ়াই নিয়ে।

সংস্কৃতিৰ এনে পৰিবৰ্ত্তনক গোষ্ঠীৰ বিবৰ্ত্তনৰ লগত বিজাব পাৰি। মানুহ পৃথিবীলৈ অহাৰ বহুহেজাৰ বছৰ হল। আদিতে যি ধৰণৰ মানুহে বাস কৰিছিল, সেই একে ধৰণৰ মানুহেই এতিয়াও বাস কৰি থকা নাই। বিবৰ্ত্তনৰ ফলত নানা ধৰণৰ মানুহৰ সৃষ্টি হৈছে। এই বিবৰ্ত্তনৰ দ্বাৰাই মানুহে নতুন ধৰণৰ শাৰীৰিক বৈশিষ্ট্য লাভ কৰি এই পৃথিৱীত তিষ্ঠি আছে। বিবৰ্ত্তনৰ এটা উৎস 'ৰূপান্তৰ' ( mutation ) যিটো স্বতঃস্ফূৰ্ত্ত, আকস্মিকভাবে হয়।

সংস্কৃতিৰ পৰিবৰ্ত্তনৰ আন এটা পন্থা হল কৃষ্টি-সংযোগ। দুটা সাংস্কৃতিক গোটৰ মানুহ ওচৰা-ওচৰি হলে সাংস্কৃতিক বিনিময় হয়। ইদলে সিদলৰ সাংস্কৃতিক লক্ষণ গ্ৰহণ কৰে। পুৰণি সংস্কৃতিৰ পৰিবৰ্ত্তন হয়।

গোষ্ঠীৰ পৰিবৰ্ত্তনো তেনে ধৰণে হব পাৰে গোষ্ঠী-সংমিশ্ৰণৰ দ্বাৰা। কৃষ্টি-সংযোগ গোষ্ঠী-মিশ্ৰণৰ পৰা বেলেগ। কৃষ্টি-সংযোগত শাৰীৰিক মিলন বা যৌন মিলন হোৱাৰ কোনো প্ৰয়োজনীয়তা নাই। কিন্তু যৌন মিলন বা বৈবাহিক সম্বন্ধ নহলে গোষ্ঠী-সংমিশ্ৰণ হব নোৱাৰে। যৌন মিলন নোহোৱাকৈ শাৰীৰিক বৈশিষ্ট্য ইজনৰ পৰা সিজনলৈ যাব নোৱাৰে।

গতিকে দেখা যায়, গোষ্ঠী আৰু সংস্কৃতি, দুয়োবিধৰে পৰিবৰ্ত্তন হয়। দুয়োবিধেই নতুন ৰূপ লয়। কিন্তু সেইবুলি দুয়োটাকে একেলগে সাঙুৰিব নোৱাৰি। ইটোক সিটোৰ বিকল্প বুলি লব

নোৱাৰি। গোষ্ঠীৰ পৰিবৰ্ত্তন হলেই যে সংস্কৃতিৰো হব, তাৰ কোনো অৰ্থ নাই। কৃষ্টি-সংযোগ হলে গোষ্ঠী-মিলন নহবও পাৰে। তদুপৰি একে গোষ্ঠীৰ মানুহৰ মাজতো কৃষ্টি-সংযোগ হব পাৰে। কিয়নো আগতে উল্লেখ কৰি অহাৰ দৰে এটা গোষ্ঠীতে বিভিন্ন সংস্কৃতিৰ মানুহ থাকিব পাৰে। গোষ্ঠীৰ পৰিচয় সাংস্কৃতিক পৰিচয় নহয়। তেনেকৈয়ে, সাংস্কৃতিক পৰিচয় গোষ্ঠীৰ পৰিচয় নহয়।

ইয়াৰ পিছত আন এটা প্ৰশ্ন মনলৈ আহে। পৃথিবীত বিশুদ্ধ বা অবিমিশ্ৰিত মানৱ-গোষ্ঠী আছে নে নাই? ইয়াৰ উত্তৰত একে আষাৰতে কব পাৰি, যিহেতু অতি প্ৰাচীন কালৰ পৰাই বিভিন্ন মানুহৰ সংমিশ্ৰণ হৈ আহিছে, সেইহেতু আধুনিক পৃথিৱীত কোনোবিধ মানুহেই অবিমিশ্ৰিত হৈ থকা নাই। আধুনিক কালৰ মানুহৰ গাত নানান গোষ্ঠীয় বৈশিষ্ট্য সোমাই আছে। অকল আধুনিক কালতেই কিয়, দুহেজাৰ বছৰ আগলৈকে ঘূৰি গৈ সেই সময়ৰ মানুহবিলাকৰ মাজত সোমালেও একে ধৰণৰ ছবিকেই দেখা যাব। এই কথা প্ৰমাণ কৰিছে সেই সময়ত বাস কৰা মানুহৰ কংকালৰ অৱশেষবোৰে। বোধকৰো ছহেজাৰ বছৰ আগলৈকে ঘূৰি গলেও অনুৰূপ অৱস্থাৰেই সম্মুখীন হোৱা যাব। প্ৰাচীন কালতো কোনোবিধ মানুহ অবিমিশ্ৰিত থকাৰ সম্ভেদ পোৱা হোৱা নাই। অৱশ্যে এই কথা মানিবই লাগিব, কোনো কোনোবিধ মানুহ তুলনামূলকভাৱে আনবিধ মানুহতকৈ কম বা বেছি মিশ্ৰিত বা অবিমিশ্ৰিত। কিন্তু সেইবুলি কোনোবিধ মানুহেই সম্পূৰ্ণৰূপে অবিমিশ্ৰিত বা বিশুদ্ধ বুলি দাবী কৰিব নোৱাৰে।

প্ৰাগ-ঐতিহাসিক যুগৰ কথা বাদ দি ঐতিহাসিক যুগলৈ দৃষ্টিপাত কৰিলেও দেখা যাব, বিভিন্ন সময়ত পৃথিবীৰ বিভিন্ন ঠাইত বিভিন্ন মানুহে বিভিন্ন পথেৰে প্ৰব্ৰজন কৰিছিল। ইউৰোপৰ কথাকে লোৱা যাওক। দহহেজাৰ বছৰ আগৰে পৰা এচিয়া আৰু আফ্ৰিকাৰ পৰা মানুহে ইউৰোপলৈ প্ৰব্ৰজন কৰিছিল। বিভিন্ন সময়ত বিভিন্ন মানুহ বিভিন্ন পথেৰে এচিয়া আৰু আফ্ৰিকাৰ পৰা ইউৰোপলৈ

গৈছিল, তাত মানুহবোৰ লগ লাগিছিল, সংমিশ্ৰিত হৈছিল। ফলত গঢ়ি উঠিছিল সংমিশ্ৰিত দল। ইংলণ্ডলৈ আঙুলিওৱা যাওক। তাত কেল্ট মানুহ আছিল। ফ্ৰান্সৰ পৰা তালৈ আহিল চেক্সন, দেন, নৰ্ম্মান আদি মানুহ। জুলিয়াচ চিজাৰৰ সময়ৰপৰা ৰোমানসকলেও ইংলণ্ডলৈ যাবলৈ ধৰিলে। এই সকলোবোৰ মানুহ একে গোষ্ঠীৰ নহয়। গতিকে এজন আদৰ্শ ইংৰাজ মানুহক শাৰীৰিক বৈশিষ্ট্যৰ দ্বাৰা চিনি উলিয়াব নোৱাৰি। সেয়েহে কব পাৰি যে বিশুদ্ধ বা অবিমিশ্ৰিত গোষ্ঠী থকা কথাটোৰ কোনো বৈজ্ঞানিক ভিত্তি নাই ; সেইটো এটা ৰাজনৈতিক ধ্বনিহে।

বৈজ্ঞানিক পদ্ধতি মানি মানৱৰ গোষ্ঠী বিভাগ কৰি যিবোৰ গোষ্ঠী বা উপগোষ্ঠী বিচাৰি উলিওৱা হৈছে সেইবোৰৰ মাজতো স্পষ্ট সীমাৰেখা নাই। ইউৰোপত প্ৰধানকৈ তিনিটা উপগোষ্ঠীৰ মানুহ দেখা যায় বুলি কোৱা হয়। সেইকেইটা হল নৰ্দিক, আলপাইন আৰু ভূমধ্যসাগৰীয়। কিন্তু দৰাচলতে এই তিনিটাৰ মাজত স্পষ্ট সীমাৰেখা টনা সহজ নহয়। এই মানুহবোৰৰ মাজত প্ৰাচীন কালৰে পৰাই সংমিশ্ৰণ চলি আহিছে। আফ্ৰিকাৰ হেমাইট আৰু নিগ্ৰোসকলক দুটা মুখ্যগোষ্ঠীৰ প্ৰতিনিধি বুলি কোৱা হয়। হেমাইটসকলৰ বাস উত্তৰ অংশত আৰু নিগ্ৰোসকল থাকে দক্ষিণ ভাগত। দুইবিধ মানুহ দুটা গোষ্ঠীৰ হলেও প্ৰকৃতপক্ষে নিগ্ৰোৰ মাজত হেমাইটীয় লক্ষণ সোমাই পৰিছে, তেনেদৰে হেমাইটৰ মাজতো সংমিশ্ৰণৰ ফলত নিগ্ৰো বৈশিষ্ট্য কিছুমান দেখা যায়।

এইখিনিতে আমাৰ অসমৰ কথাও উল্লেখ কৰিব পাৰি। অসমৰ জনজাতিবোৰ মঙ্গোলীয় গোষ্ঠীৰ আৰু ব্ৰহ্মপুত্ৰ উপত্যকাত বাস কৰা ব্ৰাহ্মণ, কলিতা আদি জাতিৰ লোকসকল ককেচীয় গোষ্ঠীৰ। সেইফালৰ পৰা চাবলৈ গলে দুইবিধ মানুহ দুটা বিভিন্ন মুখ্য গোষ্ঠীৰ। মুখ্য গোষ্ঠীৰ মাজত প্ৰভেদ সুস্পষ্ট। কিন্তু বিশ্লেষণ

কৰিলে ওলাই পৰে যে মঙ্গোলীয় জনজাতিৰ লোকৰ মাজত ককেচীয় গোষ্ঠীৰ বহুতো লক্ষণ সোমাই পৰিছে, সেইদৰে মঙ্গোলীয় লক্ষণো জাতিবোৰৰ মানুহৰ মাজত দেখা যায়। সম্ভৱতঃ অতি প্ৰাচীন কালত অসমত প্ৰাক-অষ্ট্ৰেলীয় গোষ্ঠীৰ মানুহে বাস কৰিছিল। তাৰ পিছত আহে মঙ্গোলীয় গোষ্ঠীৰ মানুহ। পিছলৈ আহে ককেচীয় গোষ্ঠীৰ মানুহ। এই সকলৰ মাজত কিছু পৰিমাণে হলেও সংমিশ্ৰণ হৈছিল। *

এইবাৰ শাৰীৰিক বৈশিষ্ট্য আৰু পাৰিপাৰ্শ্বিক অৱস্থা, এই দুটাৰ মাজত থকা সম্বন্ধৰ বিষয়ে আলোচনা কৰা যাওক। জীৱবিদ্যাৰ দিশৰ পৰা এই বিষয়ে বিশদভাবে অধ্যয়ন হৈছে। সিমান গভীৰতালৈ নগৈ ইয়াত সেই বিষয়ে অতি সাধাৰণভাবে আলোচনা কৰা হব।

দেখা যায় কৃষ্ণবৰ্ণৰ লোকসকল বিষুবীয় অঞ্চলত বাস কৰে। তাত বৰ গৰম আৰু তাত সূৰ্য্যৰ ৰশ্মি পোনভাবে পৰে। ফলত সূৰ্য্যৰ actinic ৰশ্মিৰ প্ৰভাৱ তাত বেছি। মানুহৰ গাৰ বৰণৰ গুৰিতে ছালৰ তলত থকা ৰঙীন গুৰি কিছুমান। গুৰিৰ অনুপাত বেছি হলে মানুহ কলা হয়। সূৰ্য্যৰ actinic ৰশ্মি পোনে পোনে শৰীৰত প্ৰৱেশ কৰিলে শৰীৰৰ ক্ষতি সাধন হয়। কৃষ্ণবৰ্ণৰ মানুহৰ গাত থকা ৰঙীন গুৰিবোৰে সেই ৰশ্মি শৰীৰৰ ভিতৰলৈ প্ৰৱেশ কৰাত বাধা দিয়ে। সেইকাৰণে কৃষ্ণবৰ্ণৰ মানুহে বিষুবীয় অঞ্চলত বাস কৰাত একো অসুবিধা নাপায়। এচিয়া আৰু আফ্ৰিকাৰ ক্ষেত্ৰতহে এই কথা খাটে। আমেৰিকাত বিষুবীয় অঞ্চল আৰু গাৰ কৃষ্ণবৰ্ণৰ মাজত কোনো পোনপটীয়া সম্বন্ধ দেখা নাযায়।

বহুতেই ভাবে যে নাকৰ গঠন আৰু জলবায়ুৰ মাজতো সম্বন্ধ

* Das, B. M.: Ethnic Elements in some Bodo Populations of Assam.—*Journal of the Assam Research Society. Vol. 14. 1960.*

আছে। ঠাণ্ডা দেশৰ মানুহৰ নাক ঠেক আৰু দীঘল। ঠাণ্ডা দেশৰ বতাহো ঠাণ্ডা। ঠাণ্ডা বতাহ শৰীৰৰ অনিষ্টকাৰক। সেইকাৰণে নিশ্বাসত মানুহে যি ঠাণ্ডা বতাহ গ্ৰহণ কৰে সেই বতাহ ঠেক দীঘল নাকৰ মাজেৰে যাওঁতে বাটতে তপত হৈ পৰে। ফলত শৰীৰৰ একো অপকাৰ কৰিব নোৱাৰে। গৰম দেশৰ বতাহ গৰম। তাত এনে ব্যৱস্থাৰ কোনো প্ৰয়োজন নাই। ফলত নিগ্ৰোসকলৰ নাকৰ বিস্তা বহল।

পৰিবেশৰ লগত মানুহৰ শৰীৰৰ সম্বন্ধ আছে। জীৱজন্তুৰ লগত পাৰিপাৰ্শ্বিক অৱস্থাৰ সম্বন্ধ বেছি। তুষাৰাবৃত অঞ্চলত বাস কৰা জন্তুৰ গাত দীঘল ঘন নোম থাকে। সেয়ে জন্তুক শীতৰ প্ৰকোপৰ পৰা ৰক্ষা কৰে। এনে ধৰণৰ পোনপটীয়া সম্বন্ধ মানুহ আৰু পাৰিপাৰ্শ্বিক অৱস্থাৰ মাজত থক। কথাটো গভীৰভাবে আলোচ্যৰ বিষয়।

বৈজ্ঞানিক অৰ্থত গোষ্ঠী শব্দটোৱে যিভাগ মানুহক বুজায়, সেইভাগক কোনো এখন দেশ বা কোনো ভাষা বা কোনো সামাজিক আৰু সাংস্কৃতিক জীৱনৰ লগত সাঙুৰি দিয়া টান। কিন্তু গোষ্ঠী শব্দটো প্ৰায়ে বৈজ্ঞানিক অৰ্থত ব্যৱহৃত নহয়। সাধাৰণ অৰ্থত 'গোষ্ঠী' শব্দটো এনেভাবে প্ৰয়োগ কৰা হয় যাৰদ্বাৰা এদল মানুহক আন এদলৰ পৰা পৃথক কৰা হয় আন কিছুমান বিষয়ত গুৰুত্ব আৰোপ কৰি, যিবোৰ গোষ্ঠীয় লক্ষণ নহয়। এনে বিষয়বোৰৰ গুৰিতে কেতিয়াবা থাকে কোনো ৰাজনৈতিক উদ্দেশ্য; সেই বিষয়বোৰক কেন্দ্ৰ কৰি থাকে কিছুমান কুসংস্কাৰপূৰ্ণ যুক্তিহীন ধাৰণা। আৰু সেইবোৰৰ ওপৰতে ভিত্তি কৰিয়েই টবিধ মানুহক সিবিধৰ পৰা পৃথক কৰা হয়। তেনে অৱস্থাত গোষ্ঠী শব্দটোৰ সামাজিক, অৰ্থনৈতিক আৰু সাংস্কৃতিক ক্ষেত্ৰত বৰ শক্তিশালী হৈ পৰে, তাৰ প্ৰভাৱ বৰ প্ৰবল হয়। এনেভাবে পৃথক কৰা কোনোটো দলে নিজকে বৰ উৎকৃষ্ট বুলি ভাবে, কোনোটোক হয়তো নিঃকিন

বুলি গণ্য কৰা হয়—ইমান নিকৃষ্ট যে সভ্যতাৰ অগ্ৰগতিত অৱদান দিবলৈ সিহঁত অপাৰগ। ফলত তেনেবোৰ মানুহৰ লগত হোৱা সংমিশ্ৰণে সভ্যতাৰ অগ্ৰগতিত বাধা দি মানৱ শক্তিক নিম্নগামী কৰিব। এনে ধৰণৰ মনস্তাত্ত্বিক ভাবধাৰাত ভেজা দি গোষ্ঠীবাদৰ পাতনি মেলিলে। গোষ্ঠীবোৰৰ মাজত ভুল বুজাবুজি আৰম্ভ হল। এনে ভাবধাৰা আৰু প্ৰকাশ্য পৰিণতিৰ সুস্পষ্ট উদাহৰণ দেখা গল জাৰ্ম্মানীত ইহুদীসকলক লৈ আৰু দক্ষিণ আফ্ৰিকা আৰু আমেৰিকাৰ নিগ্ৰোসকলক লৈ।

গোষ্ঠী আৰু সমাজৰ মাজত কোনো পোনপটীয়া সম্বন্ধ নাথাকিলেও গোষ্ঠীবাদৰ বিষয়ে আলোচনা কৰিব লাগিব সমাজৰ পৰিপ্ৰেক্ষিতত—কিয়নো গোষ্ঠীবাদ এটা বাদ। গোষ্ঠীবাদৰ উৎপত্তি জীৱতাত্ত্বিক নহয়; ইয়াৰ জন্ম মানুহৰ মনত। ইয়াৰ উৎপত্তিৰ গুৰিতে সামাজিক কাৰণ কিছুমান বৰ্ত্তমান। গোষ্ঠীবাদ আৰু সমাজৰ মাজত এক জটিল মনস্তাত্ত্বিক সম্বন্ধ আছে। মানুহ হৈছে সমাজৰ অংশবিশেষ। আন ভাষাত কলে, মানুহৰ দ্বাৰাই সমাজ গঠিত হৈছে। সমাজ ভেদে গোষ্ঠীবাদৰ প্ৰখৰতা কম বেছি হব পাৰে। সমাজ বিশেষে গোষ্ঠীবাদৰ জন্ম নহবও পাৰে।

পৃথিবীত এনে বহুতো ঠাই আছে, য'ত বিভিন্ন গোষ্ঠীৰ মানুহ একেলগে বাস কৰিছে, অথচ গোষ্ঠীবাদৰ কোনো প্ৰশ্ন উঠা নাই। ভাষা বেলেগ হলে, সামাজিক ৰীতি-নীতি বেলেগ হলে গোষ্ঠীবাদে শিপাবলৈ উৰ্ব্বৰ থল পায় বুলি বহুতে ভাবে। কিন্তু এনে উদাহৰণো আছে, য'ত বিভিন্ন ভাষা-ভাষী, বিভিন্ন সামাজিক গোটৰ মানুহে সম্প্ৰীতিৰে বাস কৰিছে। তাত গোষ্ঠীবাদে পোখা মেলিব পৰা নাই। ইয়াৰ বিপৰীত দৃশ্যও পৃথিবীত দেখা যায়।

জামেইকাৰ কথাকে প্ৰথমে লোৱা যাওক। গোষ্ঠী সংমিশ্ৰণৰ ফলত তাত তিনি প্ৰকাৰৰ মানুহ দেখা যায়, যেনে—শ্বেতাংগ, মিশ্ৰিত দল যাৰ গাৰ বৰণ মিঠাবৰণীয়া আৰু কৃষ্ণাংগ। তিনিওবিধ মানুহৰ

ধৰ্ম্ম একে। একে ভাষা কয়। একে ধৰণৰ শাসনতন্ত্ৰৰ দ্বাৰা শাসিত। তেওঁলোকৰ মাজত তিনিটা শ্ৰেণী আছে। শ্বেতাংগ বা প্ৰায় শ্বেতাংগসকল ধনী আৰু প্ৰভাৱশালী। শ্ৰমিক আৰু কৃষক শ্ৰেণীৰ লোক কৃষ্ণাংগ। তেওঁলোকৰ অৰ্থনৈতিক অৱস্থা বৰ ভাল নহয়। মিশ্ৰিত দল মধ্য শ্ৰেণীত পৰে। মানুহে সমাজত স্বীকৃতি পায় বৰ্ণ আৰু অৰ্থ অনুসৰি। কিন্তু গোষ্ঠীৰ ভিত্তিত শ্ৰেণী বিভাগ কৰা হোৱা নাই। গোষ্ঠীয় ভিত্তিত মানুহক সা-সুবিধা দিয়া বা সা-সুবিধাৰ পৰা বঞ্চিত কৰাও নহয়। যিকোনো মানুহে যিকোনো চাকৰি পাব পৰে। সকলোৰে লৰা-ছোৱালী একেখন স্কুললৈ যায়, একে শিক্ষা পায়। সামাজিক অনুষ্ঠানত সকলো বৰ্ণৰ মানুহে সমানে ভাগ লয়।

আমেৰিকাৰ বিপৰীত অৱস্থা দেখা যায় উত্তৰ আমেৰিকাৰ দক্ষিণ অঞ্চলত। ইয়াতো কৃষ্ণাংগ আৰু শ্বেতাংগ মানুহ বাস কৰে। দুয়োবিধ মানুহেই একে ভাষা কয়। প্ৰায় একে ধৰণে থাকে। দৃষ্টি ভঙ্গীও একে। ধৰ্ম্মও একে। সকলো একে হোৱাতো গোষ্ঠী বেলেগ বাবেই দুই গোষ্ঠীৰ বাবে দুই ব্যৱস্থা। নিগ্ৰো ছাত্ৰ-ছাত্ৰী পঢ়িবলৈ বেলেগ স্কুল আছে। নিগ্ৰোসকলে উপাসনাৰ বাবে বেলেগ গিৰ্জালৈ যাব লাগে। তেওঁলোকৰ বাবে বেলেগ ক্লাব ঘৰ আছে, হোটেল ৰেষ্টোৰাঁও বেলেগ। সামাজিক অনুষ্ঠানত তেওঁলোকে শ্বেতাংগসকলৰ লগত যোগ দিব নোৱাৰে। তেওঁলোকৰ সামাজিক স্থান শ্বেতাংগ সকলতকৈ নিম্নত। অৱশ্যে উত্তৰ আমেৰিকাৰ আইন অনুসৰি সকলোৱে সমান অধিকাৰ পাব লাগে। এনে ধৰণৰ বিভেদ নীতি আইনৰ চকুত দোষণীয়। কিন্তু সেইটো কাগজে-পত্ৰইহে; ব্যৱহাৰিক ক্ষেত্ৰত বিভেদ নীতিৰে প্ৰাধান্য বেছি।

দক্ষিণ আফ্ৰিকাৰ পৰিবেশো আমেৰিকাৰ দক্ষিণ অঞ্চলৰ দৰে। তাত অৱস্থাই বেছি জটিল ৰূপহে লৈছে। দক্ষিণ আফ্ৰিকাত অকল বিভিন্ন গোষ্ঠীৰে মানুহেই বাস নকৰে। সেই সকলৰ ভাষা,

ধৰ্ম্ম, সংস্কৃতিও বেলেগ বেলেগ। ইউৰোপীয় সকলে ইউৰোপীয় ভাষা কয়। তেওঁলোক খৃষ্টান ধৰ্ম্মী। সংস্কৃতিও সম্পূৰ্ণৰূপে ইউৰোপীয়। তাত থকা নিগ্ৰোসকলে নিজৰ ভাষা কয়। কিছুমান খৃষ্টান ধৰ্ম্মত দীক্ষিত। কিছুমানে নিজৰ পুৰণি ধৰ্ম্মমতকেই মানি চলে। দক্ষিণ আফ্ৰিকাত এক বুজন সংখ্যক ভাৰতীয় বাস কৰে। তেওঁলোকৰ ভাষা ভাৰতীয়। ধৰ্ম্মত হিন্দু, মুচলমান বা পাৰ্ছী।

এই বিভিন্ন মানুহবোৰ নিজৰ ধৰ্ম্ম, ভাষা, সংস্কৃতি বজাই ৰাখি বেলেগ বেলেগ স্বকীয়া গোট কৰি বাস কৰিবলৈ বিচাৰে। এই বিভিন্ন গোটবোৰক দুভাগত থব পাৰি—এভাগ ইউৰোপীয় আৰু আনভাগ অনা ইউৰোপীয়। ইউৰোপীয়সকলে নিজকে উন্নত বুলি ভাবি প্ৰভুত্ব বিস্তাৰ কৰি আনটো দলক শোষণ আৰু শাসন কৰিবলৈ বিচাৰে। তাৰবাবে তেওঁলোকে সহায় লৈছে বৰ্ণবিদ্বেষ নীতিৰ। শ্বেতাংগসকলে সামাজিক ক্ষেত্ৰত আনৰ লগত মিলিব নোখোজে; অৰ্থ নৈতিক ক্ষেত্ৰতো আনক সুবিধা দিব নোখোজে। তেওঁলোকৰ ঔপনিবেশিক মনোবৃত্তিয়ে গোষ্ঠীবাদৰ জন্ম দি অৰ্থ-নৈতিক আৰু সামাজিক স্বাৰ্থ অটুট ৰখাত সহায় কৰিছিল। সাম্প্ৰতিক কালত ৰাজনৈতিক চেতনাই অৰ্থ নৈতিক আৰু সামাজিক দিশৰ পৰিবৰ্ত্তন অনাৰ লগতে তেনে ধৰণৰ মনোবৃত্তিও নাশ কৰিবলৈ ওলাইছে। আফ্ৰিকাৰ দেশসমূহৰ আমূল পৰিবৰ্ত্তন হৈ আহিব লাগিছে।

হাৱাই দ্বীপপুঞ্জত আকৌ বিভিন্ন ধৰ্ম্মাৱলম্বী, বিভিন্ন গোষ্ঠীৰ মানুহে সম্প্ৰীতিৰে বাস কৰি আহিছে। তাত থাকে বৌদ্ধ ধৰ্ম্মাৱলম্বী জাপানী, চীনা, কোৰীয় আদি। আৰু আছে উত্তৰ আমেৰিকা আৰু উত্তৰ ইউৰোপৰ পৰা অহা খৃষ্টিয়ান। আছে দক্ষিণ ইউৰোপৰ পৰা অহা কেথলিক মতাৱলম্বী সকল। তাৰ বাহিৰে আছে হাৱাইৰ আদিবাসী। তাত অবাধ গতিত গোষ্ঠী সংমিশ্ৰণ হৈছে। আইনৰ কালৰ পৰা কোনো বাধা নাই; সামাজিক নিষেধো নাই। তাত

সকলোৱে সমান সুবিধা পায়। এনে হোৱাৰ গুৰিতে হৈছে হাৱাই দ্বীপত ইমান ধৰণৰ মানুহ বাস কৰে যে কোনো ৰাজনৈতিক নেতা, ব্যৱসায়ী বা তেনে ধৰণৰ কোনোৱেই দল গঠন কৰাৰ সুবিধা নাপায়। তাত গোষ্ঠীবাদ প্ৰচাৰ কৰাও এই একে কাৰণেই সম্ভৱ নহয়।

নিউজিলেণ্ডৰ অৱস্থাও প্ৰায় তেনে। তাতো সংমিশ্ৰিত গোষ্ঠীৰ মানুহ বাস কৰে। তেওঁলোকৰ সংস্কৃতিও সংমিশ্ৰিত। তাৰ বেছিভাগ মানুহেই ইউৰোপীয়। এওঁলোকক পাকেহা নামেৰে জনা যায়। আদিবাসীবোৰ মাৱৰী। তেওঁলোক পলিনেচীয় মানুহ। আইনতঃ দুবিধ মানুহৰ মাজত কোনো পাৰ্থক্য নাই। ৰাজনৈতিক, সামাজিক আৰু অৰ্থনৈতিক ক্ষেত্ৰতো সকলোৱে সমানে সুবিধা পাব পাৰে। গোষ্ঠীয় ভিত্তিত ওপৰোক্ত দুবিধ মানুহক পৃথক কৰা হোৱা নাই।

দক্ষিণ আফ্ৰিকা আৰু আমেৰিকাৰ বিপৰীত দৃশ্য ব্ৰাজিলতো দেখা যায়। ব্ৰাজিলৰ আদিম অধিবাসী ৰেড ইণ্ডিয়ান। বাহিৰৰ পৰা পৰ্তুগীজসকলেই প্ৰথমে তালৈ যায়। তেওঁলোক সৈনিক আৰু নাবিক আছিল। তেওঁলোকে মাইকী মানুহ লগত লৈ যোৱা নাছিল। তেওঁলোকে তাত ৰেড ইণ্ডিয়ান ছোৱালী স্ত্ৰী-ৰূপে গ্ৰহণ কৰি মিলি গল। পৰ্তুগীজ আৰু ৰেড ইণ্ডিয়ানৰ সংমিশ্ৰণত এটা নতুন জাতিৰ উৎপত্তি হল। ইয়াৰ পিছত তালৈ গল নিগ্ৰোসকল দাস ৰূপে। এইবাৰ সংমিশ্ৰণ আৰম্ভ হল কৃষ্ণাংগ নিগ্ৰোৰ লগত। ফলত আৰু এবিধ মানুহৰ উৎপত্তি হল। এইবিধ মানুহক মুলাটো বুলি কোৱা হয়। পৰ্তুগীজসকলে ৰেড ইণ্ডিয়ানসকলক খৃষ্টান ধৰ্মত দীক্ষিত কৰি লৈছিল। এতিয়া নিগ্ৰোসকলৰ মাজতো খৃষ্ট ধৰ্ম প্ৰচাৰ কৰিলে। গতিকে সকলো এক ধৰ্মাৱলম্বী হল।

এনে ধৰণৰ সংমিশ্ৰণৰ ফলত এবিধ নতুন মানুহৰ উদ্ভৱ হব ধৰিছে। ব্ৰাজিলবাসীয়ে বিশ্বাস কৰে, সকলো ব্ৰাজিলবাসী এক হৈ এক জাতি হৈ আহিছে। সময়ত ব্ৰাজিলত হয়তো মাত্ৰ এটা গোষ্ঠীয়েই থাকিব। গতিকে এনে অৱস্থাত তাত গোষ্ঠীভেদ থাকিব

নোৱাৰে। কিন্তু তাত শ্ৰেণীবিভাগ আছে। তাৰ ভেটি অৰ্থনৈতিক। ব্ৰাজিলৰ কোনো কোনো মানুহে কয়, 'ধনী নিগ্ৰো এজন শ্বেতাংগ লোক আৰু দুখীয়া শ্বেতাংগ এজন নিগ্ৰো' অৰ্থাৎ শ্ৰেণীবিভাগৰ গুৰিতে গোষ্ঠীয় ভাব নাই।

ব্ৰাজিলত যেতিয়া পৰ্তুগীজ উপনিবেশ আছিল, তেতিয়া তাত তিনি শ্ৰেণীৰ মানুহ আছিল। শীৰ্ষ শ্ৰেণীৰ লোকসকল শ্বেতাংগ। তেওঁলোকে প্ৰভু শ্ৰেণীৰ অৰ্থাৎ তেওঁলোকৰ দাস আছিল। তেওঁলোক ধনী আৰু সমাজত প্ৰতিপত্তি থকা। শ্ৰমিক আৰু কৃষক শ্ৰেণী কৃষ্ণাংগৰ। তেওঁলোকৰ প্ৰায়বোৰ দাস। তেওঁলোকৰ স্থান একেবাৰে তলত। মাজতে আছে সংমিশ্ৰিত মুলাটোসকল। পিছলৈ দাস প্ৰথা সলনি হোৱাত ৰাজনৈতিক দৃষ্টিভঙ্গীৰ পৰিবৰ্ত্তন হোৱাত এই সংমিশ্ৰিত দলেই প্ৰতিপত্তিশীল হৈ আগভাগ লবলৈ ওলাই আহিল। তেওঁলোকৰ মাজৰপৰাই ওলাল শিল্পী, সাহিত্যিক, বৈজ্ঞানিক, বুদ্ধিজীৱিসকল। কৃষ্ণাংগসকলো পিচ পৰি নাথাকিল। নতুন ব্ৰাজিলক গঢ় দিয়াত তেওঁলোকৰ অৱদানো কম নহয়।

এইখিনিতে এটা কথা উল্লেখ কৰা উচিত যে ব্ৰাজিল এখন বিশাল দেশ। তাত স্থান বিশেষে অৱস্থাৰ তাৰতম্য হোৱাটো একো আশ্চৰ্য্যজনক নহয়। কোনো কোনো ঠাইৰ মধ্যবিত্ত শ্ৰেণীৰ লোকসকলে শ্বেতাংগসকলৰ প্ৰতি বিৰূপ হোৱা দেখা যায়। কাৰণ প্ৰধানকৈ দুটা। প্ৰথমতঃ, শ্বেতাংগসকলে কিছুমান অৰ্থনৈতিক সুবিধা লাভ কৰিছে। তেওঁলোকে সহজে চাকৰি বাকৰি পায়। দ্বিতীয়তঃ, ব্যৱহাৰিক ক্ষেত্ৰত শ্বেতাংগসকলে সময়ে সময়ে কৃষ্ণাংগৰ লগত সমান ব্যৱহাৰ নকৰে; যেনে নিগ্ৰোসকল সকলোবোৰ ঠাইলৈ যোৱাটো তেওঁলোকে নিবিচাৰে। সামাজিক অনুষ্ঠানত নিগ্ৰো-সকলক একে আসন দিবলৈ শ্বেতাঙ্গসকলে কুণ্ঠা বোধ কৰে। তেনেবোৰ ঠাইত গোষ্ঠিবাদে গজালি মেলাৰ অনুকূল পৰিবেশ লাভ কৰিছে।

ধৰ্ম্ম, সমাজ আৰু সংস্কৃতিৰ এটা অন্যতম দিশ। ধৰ্ম্মৰ ইতিহাসলৈ দৃষ্টিপাত কৰিলে দেখা যাব কোনো ধৰ্ম্মই গোষ্ঠীবাদী নীতি সমৰ্থন নকৰে। হিন্দু ধৰ্ম্মৰ কথাকেই লোৱা যাওক। কোনো হিন্দুৱেই গোষ্ঠীবাদৰ কথা নাজানে। হিন্দু ধৰ্ম্মৰ জাতিভেদ প্ৰথাৰ গুৰিতে বৰ্ণবিদ্বেষ বুলি কোনো কোনো পণ্ডিতে কৰ খুজিলেও এইটো সঁচা যে হিন্দু ধৰ্ম্মত বৰ্ণবিদ্বেষ নাই, গোষ্ঠীয় ভেটি নাই। ইছলাম ধৰ্ম্ময়ো কেতিয়াও বৰ্ণৰ কথা উল্লেখ কৰা নাছিল। পৃথিৱীৰ যিকোনো মানুহেই নহওক লাগে, ইছলাম ধৰ্ম্ম গ্ৰহণ কৰিলেই এক ভ্ৰাতৃভাৱৰ দোলেৰে বান্ধ খাব।

প্ৰাচীন গ্ৰীক বা ইজিপ্তীয় সভ্যতাত প্ৰভু-ভৃত্যৰ সম্বন্ধ মনকৰিবলগীয়া।. প্ৰভু-ভৃত্যৰ সম্বন্ধ বিজেতা আৰু বিজিতৰ লগত তুলনা কৰিব পাৰি। গ্ৰীকসকলে নিগ্ৰো দাসৰ লগত যেনে ব্যৱহাৰ কৰিছিল, নিজৰ দেশৰ দাসৰ লগতো তেনে ব্যৱহাৰেই কৰিছিল। কৃষ্ণবৰ্ণৰ নিগ্ৰো দাসে বেলেগ ব্যৱহাৰ নাপাইছিল। ৰোমানসকলৰ মাজতো একে ব্যৱস্থাই দেখা যায়। তেওঁলোকে উত্তৰ আফ্ৰিকা, এচিয়া মাইনৰ, পশ্চিম ইউৰোপ, জাৰ্ম্মানী আদি বিভিন্ন অঞ্চলৰ পৰা দাস সংগ্ৰহ কৰিছিল। এই সকলোৰোৰ দাসক ৰোমানসকলে একে দৃষ্টিৰে চাইছিল; গাৰ বৰণ বা গোষ্ঠীলৈ লক্ষ্য ৰাখি সিহঁতৰ লগত বেলেগ ব্যৱহাৰ নকৰিছিল।

ৰোমান সাম্ৰাজ্যৰ পতনৰ লগে লগে কেথলিক ধৰ্ম্মই শক্তিশালী হৈ অকল ধৰ্ম্মৰাজ্যতে নহয়, ৰাজনৈতিক জীৱনতো প্ৰভাৱ বিস্তাৰ কৰিবলৈ ধৰিলে। কেথলিক-পন্থীসকলে খৃষ্টানসকলক একতাৰ সূত্ৰে বান্ধিবলৈ যত্ন কৰিলে। তেওঁলোকৰ নীতি হল, সকলো খৃষ্টান মানুহ এক। যেয়ে খৃষ্টান ধৰ্ম্ম গ্ৰহণ কৰে সেয়ে একে ধৰণৰ মানৱৰ স্বীকৃতি পাব; এক ধৰ্ম্মীয় গোটৰ অন্তৰ্গত হৈ একে সা-সুবিধা ভোগ কৰিব পাৰে। যিসকলে এই ধৰ্ম্ম নামানে সেই সকল মানৱতাৰ শত্ৰু। শত্ৰু নিপাত কৰিব লাগে। সেইকাৰণে

তেওঁলোকে বিৰোধ আৰম্ভ কৰিলে ইছলাম ধৰ্ম্মাৱলম্বী লোকৰ লগত। ইহুদীসকলক তেওঁলোকে পৃথিবীৰ পৰা নিঃশেষ কৰিবলৈ ওলাল।

প্ৰথম ক্ৰুছেদ আৰু কলম্বচৰ আমেৰিকা আৱিষ্কাৰৰ অন্তৰ্বৰ্ত্তী কালছোৱাত কেথলিক ধৰ্ম্মমতে এক বিশেষ প্ৰভাৱ বিস্তাৰ কৰিছিল। খৃষ্টিয়ানসকলে ধৰ্ম্মৰ ধ্বজা উকৱাই পৃথিবীৰ নানান ঠাইত বিয়পি পৰিছিল। তেওঁলোকৰ উদ্দেশ্যবোৰৰ এটা আছিল পৃথিবীৰ সকলো লোকক খৃষ্টান ধৰ্ম্মত দীক্ষিত কৰা। এই গণ্ডীৰ বাহিৰত থকা লোকক তেওঁলোকে হেয়জ্ঞান কৰিছিল।

এই সময়তেই ইটালীয়, পৰ্ত্তুগীজ, স্পেনীয় আদি লোকে নতুন আৱিষ্কাৰৰ আশাত আৰু অৰ্থৰ লোভত পৃথিবীৰ নানান ঠাইলৈ সমুদ্ৰ-যাত্ৰা কৰিছিল। তেওঁলোকে আমেৰিকা আৰু আফ্ৰিকাৰ ভিতৰুৱা অঞ্চললৈও সোমাই পৰিছিল। তাত নানান ধৰণৰ জাতিৰ সংস্পৰ্শলৈ আছিল। সেই সকল মানুহৰ লগত প্ৰায়ে যুদ্ধ-বিগ্ৰহত লিপ্ত হৈছিল, সেইসকলক পৰাজিত কৰিছিল। কিছুমানক দাস কৰিও লৈছিল। কিন্তু প্ৰথম অৱস্থাত গোষ্ঠীবাদে কাৰো মনত ঠাই পোৱা নাছিল যেন লাগে, বৰং সেইসকল মানুহৰ যিসকলে খৃষ্টীয় ধৰ্ম্ম গ্ৰহণ কৰিছিল সেইসকলক ভালৰ চকুৰে চাই-ছিল। পৰ্ত্তুগীজসকলৰ লগত আফ্ৰিকাৰ আৰু দক্ষিণ আমেৰিকাৰ তেনে মানুহ মিলি যোৱাৰ দৃষ্টান্তও আছে।

কিন্তু ইয়াৰ পিছত অৱস্থাৰ সলনি হল। ইউৰোপৰ শ্বেতাঙ্গ জাতি কিছুমানে আমেৰিকা, আফ্ৰিকা আৰু এচিয়াৰ নানান ঠাইত উপনিবেশ স্থাপন কৰিলে। তাকে কৰিবলৈ যাওঁতে সেই ঠাইবোৰৰ আদিবাসীৰ লগত সংঘৰ্ষ হল। উন্নত শ্বেতাঙ্গসকলৰ আগত আদি-বাসীসকল তিষ্ঠিব নোৱাৰিলে। তেওঁলোক পৰাজিত হল। শ্বেতাঙ্গ-সকলে তেওঁলোকক শোষণ কৰিবলৈ ধৰিলে। নতুন অৰ্থনৈতিক পৰিবেশৰ সৃষ্টি হল। সামাজিক দৃষ্টিভঙ্গীৰ সলনি হল। শোষণৰ সুবিধাৰ বাবে শ্বেতাঙ্গসকলে গোষ্ঠীবাদ প্ৰবৰ্ত্তন কৰিলে।

মানৱ ইতিহাসলৈ লক্ষ্য কৰিলে দেখা যাব, গোষ্ঠীবাদ মানৱ বুৰঞ্জীৰ কোনো এক বিশেষ সময়ৰ ঘটনা। ইতিহাসৰ পুৰণি অধ্যায়ত ইয়াৰ উল্লেখ নাই। ইউৰোপীয় শ্বেতাঙ্গলোকে উপনিবেশ স্থাপন কৰিবলৈ গৈ নিজৰ স্বাৰ্থ সিদ্ধিৰ উদ্দেশ্যে গোষ্ঠীবাদৰ পাতনি মেলে। সাম্প্ৰতিক কালত গোষ্ঠীবাদৰ কাৰণ বিচাৰি তাক মূলেৰে সৈতে উঘালিবলৈ এচাম লোকে চেষ্টা চলাব লাগিছে।

মিশ্ৰিত গোষ্ঠীৰ মানুহৰ বিষয়ে বিদ্ৰূপ কৰি এষাৰ কথা বহুতেই কয়—'মিশ্ৰিত জনে মাক-দেউতাকৰ সকলোবোৰ বেয়া গুণহে পায়, কোনো ভাল গুণৰ অধিকাৰী নহয়।' কথাটো জীৱতত্ত্বৰ ফালৰ পৰা সঁচা নহয়। কিন্তু সমাজৰ পৰিপ্ৰেক্ষিতত কোনো কোনো ক্ষেত্ৰত কথাটো সঁচা। সঁচা হোৱাৰ গুৰিতে বংশগতি নহয়, সংমিশ্ৰণো কাৰণ নহয়, কাৰণবোৰ সামাজিক। অস্বাস্থ্যকৰ সামাজিক পৰিবেশত লালিত-পালিত হোৱা মিশ্ৰিত ল'ৰা-ছোৱালীৰ পৰা ভাল গুণ আশা কৰিব নোৱাৰি। তেনে ধৰণৰ মিশ্ৰিত জনে সু-শিক্ষাৰ সুযোগ নেপায়; সিহঁতৰ সামাজিক স্থান সু-নিৰ্দ্ধাৰিত নহয়। সিহঁতে মাক বা দেউতাক কোনোটো পক্ষৰে আত্মীয়-স্বজন, বন্ধু-বান্ধৱৰ লগত মুকলিমূৰীয়া মনে মিলিব নোৱাৰে, বিবাহৰ বয়সত উপযুক্ত সঙ্গী বা সঙ্গিনী সহজে বিচাৰি নাপায়। এইবোৰ কাৰণত মিশ্ৰিতজনে আত্মবিশ্বাস হেৰুৱাই পেলায়; নিজকে সমাজত প্ৰতিষ্ঠিত নহয় যেনে বোধ কৰে। গতিকে সমাজত থকা কু-সংস্কাৰ, যুক্তিহীন ধাৰণাবোৰেই মিশ্ৰিত-জনৰ বেয়া দোষবোৰৰ প্ৰকাশত সহায় কৰে। ভাল গুণবোৰ অপ্ৰকাশিত অৱস্থাত থৈ যায় সামাজিক কাৰণত।

গোষ্ঠীবাদৰ অন্যতম অভিব্যক্তি বৰ্ণবিদ্বেষ আৰু মিশ্ৰিতজনৰ প্ৰতি অৱহেলা। এইবোৰ সমস্যাৰ সমাধানৰ বাবে কোনো বিশেষ পন্থা নাই। সমাজৰ পৰিপ্ৰেক্ষিতত এইবোৰৰ বিচাৰ কৰিব লাগিব। প্ৰীতি-সম্ভাৱ, বুজা-পৰাৰ মাজেৰে এইবোৰৰ সমাধান

বিচাৰিব লাগিব। প্ৰথমে সমাজখন বিশ্লেষণ কৰি উলিয়াব লাগিব এনেবোৰ কেৰোণৰ গুৰি ক'ত, কিবোৰ সামাজিক শক্তিয়ে এনেবোৰ ভাবধাৰাৰ প্ৰবাহত ইন্ধন যোগাইছে। সেইবোৰ জানি লৈ, দ্বিতীয়তে উপায় উদ্ভাৱন কৰিব লাগিব সেইবোৰ নিৰ্ম্মূল কৰিবলৈ।

আমেৰিকাত এনে বহুতো মিশ্ৰিত মানুহ আছে যিবোৰক ইউৰোপীয় মানুহ বুলি ভুল কৰা যায়। এনেবোৰ মানুহে সেই ভুল কৰাৰ সুবিধা লয় আৰু নিজকে ইউৰোপীয় বুলি পৰিচয় দি শ্বেতাঙ্গসকলৰ লগত মিলি যায়। তেনে মিশ্ৰিতজনে পাতল বৰ্ণৰ আনবোৰ মিশ্ৰিতক সহায় কৰে যাতে সেইসকলেও শ্বেতাঙ্গৰ লগত মিলিব পাৰে। কিন্তু তেনে এজনৰ আপোন ভায়েক এজনো যদি কৃষ্ণাঙ্গ হয় অৰ্থাৎ ইউৰোপীয় বুলি ভুল কৰিব লগীয়া নহয়, তেতিয়াহলে সেই প্ৰথমজনে আলিবাটত ভায়েকক দেখিলেও একাষৰীয়া হৈ নেদেখা ভাও ধৰি গুচি যায়। ভায়েকৰ পৰিচয় দি তেওঁ মানুহৰ ভুল ভাঙিব নোখোজে। এনে ব্যৱহাৰৰ গুৰি বিচাৰিবলৈ মনস্তাত্বিক আৰু সামাজিক পৰিবেশৰ বিশ্লেষণৰ প্ৰয়োজন। ইয়াত বংশগতিৰ কৰিবলগীয়া বিশেষ একো নাই।

অনুৰূপ অৱস্থা দক্ষিণ আফ্ৰিকাত দেখা গৈছে। তাত শ্বেত বৰ্ণৰ মিশ্ৰিতজনে শ্বেতাঙ্গৰ লগত মিলি আপোনজনক পাহৰি যাবলৈ বিচাৰে। কোনো কোনোৰ মনত এনে ব্যৱহাৰ অৰ্থহীন, সঙ্গতিবিহীন যেন লাগিব, হয়তো তেওঁলোকে হাঁহিবও পাৰে। তেনে কৰাৰ অৱশ্যে প্ৰয়োজন আছে। কিন্তু সেই প্ৰয়োজন মিটাবলৈ গৈ সমাজ কোন পথে গতি কৰিছে সেইটোও বিচাৰ কৰি চাব লাগিব।

গোষ্ঠী বিভাগৰ বিষয়ে আলোচনা কৰোঁতে কোৱা হৈছে যে গোষ্ঠিবোৰ ইটোৰ পৰা সিটো বংশগতি সূত্ৰ মানি চলা কিছুমান শাৰীৰিক বৈশিষ্ট্যত বেলেগ। এতিয়া প্ৰশ্ন কৰিব পাৰো, শাৰীৰিক

গঠনত পৃথক হোৱাৰ দৰে মানসিক ক্ষেত্ৰতো প্ৰভেদ দেখা যায় নেকি? পৃথিবীৰ বিভিন্ন ঠাইত বাস কৰা নানাবিধ মানুহৰ আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি বেলেগ হোৱাৰ কাৰণ জন্মগত মানসিক প্ৰবৃত্তি নেকি?

মানসিক চৰিত্ৰ বুলিলেই মনলৈ আহে মগজুৰ কথা। মগজুৰ আকাৰ, আয়তন আদিৰ লগত মনৰ সম্বন্ধ আছে নেকি? মগজুৰ আয়তন জোখাৰ বৰ সহজ পদ্ধতি এটা আছে। মানুহৰ লাও-খোলাটো সৰিয়হ বা তেনে কোনো শস্যৰে পূৰ কৰি সেই সৰিয়হখিনি এটা টিনৰ চুঙাত ঢালি লৈ সৰিয়হৰ আয়তন অৰ্থাৎ লাওখোলাৰ ভিতৰত থকা মগজুৰ আয়তন নিৰ্দ্ধাৰণ কৰিব পাৰি। এই জোখটোক cranial capacity বা লাওখোলাৰ ধাৰণ শক্তি বুলি কোৱা হয়। গৰিলা, প্ৰাক্-ঐতিহাসিক যুগৰ আদিম মানৱ, প্ৰাচীন মানৱ আৰু বৰ্ত্তমানকালৰ মানুহৰ মগজুৰ আয়তন একে নহয়। এইটো কথা বহুদিন আগতে প্ৰমাণিত হৈ গৈছে। মানৱ বিৱৰ্ত্তনৰ বিভিন্ন স্তৰত মগজুৰ বৃদ্ধি আৰু বিকাশ কেনেভাবে হৈছিল ইলিয়ট স্মিথ প্ৰমুখ্যে নৃতাত্বিকসকলে সেই কথা প্ৰকাশ কৰিছে। কিন্তু বৰ্ত্তমান কালত মানুহৰ মগজুৰ আয়তনৰ মাজত তাৰতম্য থাকিলেও সেই তাৰতম্যই মানসিক বিকাশত প্ৰভাৱ পেলাব নোৱাৰে। গোষ্ঠীভেদে মগজুৰ আয়তন কম বেছি হব পাৰে কিন্তু সেয়ে মানসিক চৰিত্ৰ বিকাশত প্ৰভেদৰ কাৰণ হব নোৱাৰে।

মগজুৰ ওজন লৈও গৱেষণা হৈছে। গৰ্ডন ( Gordon ) আৰু ভিণ্ট ( Vint ) নামে দুজন বৈজ্ঞানিকে দেখুৱাইছে যে আয়তন, প্ৰকাৰ আৰু বৃদ্ধিৰ অধ্যয়ন কৰিলে ইউৰোপীয় মানুহৰ মগজু আৰু আফ্ৰিকাবাসীৰ অৰ্থাৎ নিগ্ৰোৰ মগজুৰ মাজত পাৰ্থক্য দেখা যায়। গৰ্ডনে লাওখোলাৰ জোখ-মাখ কৰি প্ৰমাণ কৰিছে যে দহৰ পৰা বিশ বছৰৰ ভিতৰত ইউৰোপীয় এজনৰ মগজু যিমানখিনি বৃদ্ধি হয়, নিগ্ৰো লৰা-ছোৱালীৰ মগজুৰ বৃদ্ধি সেই অনুপাতৰ আধাও নহয়।

ভিণ্টএ পৰীক্ষা কৰি পাইছে যে ইউৰোপীয় প্ৰাপ্তবয়স্ক মতা মানুহ এজনৰ মগজুৰ ওজন গড় হিচাপে এজন নিগ্ৰোতকৈ শতকৰা ১০·৬ ভাগ কম। তেওঁৰ মতে নিগ্ৰোৰ মগজুৰ কোষৰ আয়তন আৰু গড় ইউৰোপীয়ৰ কোষৰ লগত একে নহয়। কোষবোৰ একেধৰণে সজ্জিতও নহয়। শৰীৰ-বিদ্যাৰ অনুৰাগীসকলৰ বাবে এইবোৰ পাৰ্থক্য তাৎপৰ্য্যপূৰ্ণ।

গৰ্ডন ইমানতে ক্ষান্ত থকা নাই। তেওঁৰ মতে যিহেতু নিগ্ৰোৰ মগজু ইউৰোপীয়ৰ তুলনাত অসম্পূৰ্ণ সেইহেতু ইউৰোপীয়ৰ শিক্ষা-পদ্ধতি আফ্ৰিকাত প্ৰচলন কৰা উচিত নহয়। অৱশ্যে ভিণ্ট আৰু গৰ্ডনৰ যুক্তিৰ বিপক্ষে বহুতেই নিজৰ মতবাদ আগবঢ়াইছে, তেওঁলোকক সমালোচনা কৰিছে। সেইবোৰ যিয়েই নহওক, এইখিনিতে এটা প্ৰশ্ন মনলৈ আহিব পাৰে, এনে ধৰণৰ প্ৰভেদে মনস্তাত্বিক ক্ষেত্ৰত কিবা পাৰ্থক্যৰ সৃষ্টি কৰিব পাৰিছেনে নাই? এতিয়ালৈকে মানসিক শক্তি অথবা বুদ্ধি মেধাৰ লগত মগজুৰ আয়তনৰ কোনো সম্বন্ধ থকাৰ কথা জানিব পৰা হোৱা নাই। মগজুৰ এনে ধৰণৰ পাৰ্থক্য আৰু শিক্ষা-গ্ৰহণৰ মাজতো কোনো পোনপটীয়া সম্বন্ধ থকাৰ কথা জনা নেযায়। মনস্তাত্বিক, শাৰীৰিক আৰু সাংস্কৃতিক ক্ষেত্ৰ, এই তিনিবিধৰ এটাৰ লগত আনটো জড়িত কৰি তেনে কোনো পোনপটীয়া সম্বন্ধ সিহঁতৰ মাজত স্থাপন কৰিব পৰা হোৱা নাই।

চেলছহিয়াৰ ( J. Shellshear ) নামে আন এজন বৈজ্ঞানিকে ৪৪ জন অষ্ট্ৰেলিয়াৰ আদিবাসীৰ মগজু পৰীক্ষা কৰি চাই কৈছে, কিছুমান বিষয়ত এই আদিবাসীবোৰৰ মগজু ইউৰোপীয়ৰ মগজুৰ নিচিনা বিকশিত হোৱা নাই যেন লাগে। তেওঁৰ মতে অষ্ট্ৰেলিয়াৰ আদিবাসীৰ সকলোতকৈ বিকশিত মগজুটোও সম্পূৰ্ণৰূপে বিকশিত চীনা মানুহৰ মগজুৰ তুলনাত সুগঠিত নহয় আৰু পূৰ্ণ বিকশিত নহয়। কেপাৰ ( Kepper ) আৰু কানিংহামেও (Cunningham)

প্ৰায় অনুৰূপ অৱস্থা লক্ষ্য কৰিছে। বহুতো বৈজ্ঞানিকে মগজুৰ গঠনত আদিমতা ( primitiveness of structure ) আৰু মানসিক প্ৰবৃত্তিৰ নিকৃষ্টতা ( lowliness of mentality) একে কথা বুলি ভাবি একে অৰ্থত ব্যৱহাৰ কৰে। কিন্তু চেলছহিয়াৰৰ মতে তেনে কৰাটো অনুচিত। কিয়নো তেওঁৰ মতে গঠনত আদিমতা মানে বিৱৰ্ত্তনৰ পথত মগজুয়ে কোনো এক বিশেষ গঢ় নলৈ আদিম গঢ় সংৰক্ষণ কৰাক বুজায়। গতিকে বিৱৰ্ত্তন যোগে সেই আদিম গঢ়ে অন্য কোনো বিশেষ গঢ় লোৱাৰ সামৰ্থ্য ৰক্ষা কৰিছে। সেই নতুন গঢ়ে বিৱৰ্ত্তনৰ পথত মানুহৰ মগজুক আৰু বেছি আগুৱাই নিব পাৰে। এই ফালৰ পৰা চাবলৈ গলে তেনে আদিম গঢ়ৰ মগজুক 'উৎকৃষ্ট' বুলি কব পাৰি। গৰ্ডনে ভিণ্টৰ মতামতৰ প্ৰতি সমৰ্থন জনাই কবলৈ বিচাৰে যে ভিণ্টে নিগ্ৰোৰ মগজুত দেখা অচিনাকি কোষবোৰ অপূৰ্ণ মগজুৰ সূচক হব পাৰে। কিন্তু চেলছহিয়াৰে কব খোজে যে এই কোষবোৰৰ ভিতৰত হয়তো এনে শক্তি নিহিত আছে, যিয়ে নিগ্ৰোৰ মগজুক বিকশিত কৰি সিহঁতক ইমান দূৰলৈ আগবঢ়াই নিব যে ইতিমধ্যে বিশেষ গঢ় লোৱা ইউৰোপীয়ৰ মগজুয়ে সিহঁতক ঢুকিয়ে নাপাব।

গতিকে দেখা যায় বিভিন্ন গোষ্ঠীৰ মানুহৰ মগজুৰ আকাৰ, আয়তন আদি পৰীক্ষা কৰি মানসিক ক্ষেত্ৰত সিহঁতৰ মাজত থকা প্ৰভেদবোৰৰ কোনো ব্যাখ্যা দিব নোৱাৰি। এইবাৰ চোৱা যাওক মনস্তত্বই আমাক এই বিষয়ত কিবা সহায় কৰিব পাৰেনেকি ?

কোনো কোনোৱে কব খোজে যে গোষ্ঠী-উপগোষ্ঠীবোৰৰ মাজত শাৰীৰিক বৈশিষ্ট্যত প্ৰভেদ থকাৰ দৰে মনস্তত্ব, বুদ্ধি, মেধা আদি বিষয়তো পাৰ্থক্য আছে। বুদ্ধি মেধা আদিলৈ লক্ষ্য কৰি মানুহক উচ্চ নীচ আসন দিয়াৰ দৰে অথবা উত্তম অধম বোলাৰ দৰে গোষ্ঠীবোৰকো উচ্চ স্তৰৰ বা নিম্ন স্তৰৰ অথবা উৎকৃষ্ট গোষ্ঠী বা নিকৃষ্ট গোষ্ঠী আখ্যা দিব পাৰি।

স্বাভাৱিকতেই মানুহে নিজকে আনতকৈ ভাল বা উৎকৃষ্ট বুলি ভাবে। নিজৰ বংশ বা জাতি আদিকো উত্তম বুলি বিবেচনা কৰে। তেনেকৈ নিজৰ গোষ্ঠী বা উপগোষ্ঠীকো উৎকৃষ্ট বা আনবোৰতকৈ উত্তম বুলি ভবাত আচৰিত হবলগীয়া একো নাই। গোষ্ঠীবাদী বৈজ্ঞানিকসকলেও এনে ভাবধাৰাত বিশ্বাস কৰে। কিছুমান জাৰ্ম্মান পণ্ডিতৰ মতে উত্তৰ ইউৰোপৰ নৰ্দিক মানুহবোৰ মেধাবী। নৈতিকতা, বুদ্ধিৰ প্ৰখৰতা আদি গুণত তেওঁলোক পৃথিবীৰ অন্য গোষ্ঠীৰ মানুহতকৈ শ্ৰেষ্ঠ। আনহাতে ইটালীদেশীয় কেতবোৰ বৈজ্ঞানিকে ভাবে যে ভূমধ্যসাগৰীয় গোষ্ঠীৰ মানুহবোৰহে সৰ্ব্বোৎকৃষ্ট। কিয়নো প্ৰাচীন কালৰপৰাই ভূমধ্যসাগৰৰ পাৰৰ সভ্যতা গঢ়ি তোলাত তেওঁলোকে অবিহনা যোগাই আহিছে। এসময়ত জাৰ্ম্মানীৰ নাজ্জি চৰকাৰে এনে বিভেদক চৰকাৰী নীতি কৰি লৈছিল। সেই চৰকাৰে বিশ্বাস কৰিছিল, পোলদেশীয় লোকসকল দাসৰ কাম কৰাৰ বাবেহে উপযুক্ত। ইহুদীবোৰ ইমান নিকৃষ্ট যে তেওঁলোকক মাৰি নিঃশেষ কৰি পেলাব লাগে।

যুগে যুগে চলি অহা এনে ধৰণৰ বিতৰ্কবোৰ বৰ আমোদজনক; কিন্তু সেইবোৰে সমস্যা সমাধান কৰিব নোৱাৰে। এই কথাৰ শুদ্ধ উত্তৰ পাবলৈ বুদ্ধিৰ মান নিৰূপণ কৰা একান্ত প্ৰয়োজন। আৰু তাৰবাবে লাগিব বিজ্ঞানসম্মত বুদ্ধিমাপক পৰীক্ষা। তেনে পৰীক্ষা প্ৰয়োগ কৰি পোৱা ফলাফলবোৰে এই বিতৰ্কৰ সামৰণি মৰাত সহায় কৰিব পাৰে।

ফৰাচী মনোবৈজ্ঞানিক এলফ্ৰেড বিনে ১৯০৫ চনত তেনে এবিধ বুদ্ধিমাপক পৰীক্ষা উলিয়ায়। বিনে নিজৰ পদ্ধতিৰ বিষয়ে কওঁতে এটা কথা বৰ স্পষ্টভাবে কৈ গৈছে যে তেওঁৰ পদ্ধতিৰে মানুহৰ মাজত থকা বুদ্ধি বিষয়ত জন্মগত প্ৰভেদবোৰ নিৰূপণ কৰিব পাৰিব যদিহে সেই মানুহবোৰৰ পৰিবেশ একে হয়। অৰ্থাৎ তেওঁ এইটো স্বীকাৰ কৰি গৈছে যে বুদ্ধি বিকাশৰ ওপৰত পৰিবেশৰ প্ৰভাৱ

আছে। কিন্তু বিনেৰ পদ্ধতি অনুসৰণ কৰা বহুতেই পিছলৈ বিনেৰ সেই সাৱধান বাণী পাহৰি গৈ মানুহৰ মনত ভ্ৰান্ত ধাৰণা কিছুমান সুমুৱাই দিবলৈ প্ৰয়াস কৰিছে।

এইখিনিতে বুদ্ধি নিৰূপণ কৰা পদ্ধতিবোৰৰ এটা কথা মনত ৰখা নিতান্ত উচিত হব—সেইটো হৈছে বুদ্ধিমাপক পৰীক্ষাবোৰ সংস্কাৰমুক্ত ( culture-free ) হোৱাটো বাঞ্ছনীয়; নহলে সঠিক ফলাফল আশা কৰিব নোৱাৰি। তলত উল্লেখ কৰা উদাহৰণ-কেইটাৰ পৰাই এই কথাষাৰৰ সত্যাসত্য বুজা যাব। লগতে এইটোও ওলাই পৰিব, সামাজিক আৰু সাংস্কৃতিক পৰিবেশে বুদ্ধি বিকাশৰ ওপৰত কেনেদৰে প্ৰভাৱ বিস্তাৰ কৰিব পাৰে।

এসময়ত মাৰ্গাৰেট মীড নামে এগৰাকী নৃতাত্বিকে চামোৱাৰ শিশুবোৰৰ মাজত বিনে পদ্ধতিৰে পৰীক্ষা এটা চলাইছিল। পৰীক্ষাটো হল পথাৰৰ ছবি এখনত কুণ্ডলী আকাৰে পথ কিছুমান অঁকা আছিল। পথাৰৰ সেই পথবোৰৰ মাজত বল এটা হেৰাল। সেই পথবোৰৰ মাজৰপৰা প্ৰকৃত পথটো ধৰি সেই পথেৰে গৈ বলটো বিচাৰি উলিয়াব লাগে। চামোৱাৰ লৰা-ছোৱালীয়ে বল বিচৰাৰ পৰিবৰ্ত্তে আঁক-বাক থকা ছবিখন দেখি আমোদ পাই আৰু বেছি আঁক-বাক দি বিভিন্ন ধৰণৰ নক্সা অঁকাত লাগিল। বল বিচৰাটো গৌণ হৈ পৰিল। এনে হোৱাৰ গুৰিতে হল সেই লৰা-ছোৱালীবোৰৰ স্বাভাৱিক সৌন্দৰ্য্যস্পৃহা, যাৰ ওপৰত সিহঁতৰ সামাজিক আৰু সাংস্কৃতিক প্ৰভাৱ সুস্পষ্ট।

ক্লিনবাৰ্গ নামে এজন মনোবৈজ্ঞানিকে আমেৰিকাৰ ডাকোটা অঞ্চলৰ ৰেড ইণ্ডিয়ান লৰা-ছোৱালীৰ বুদ্ধি নিৰূপণ কৰিবলৈ গৈ সিহঁতক প্ৰশ্ন কৰি দেখিলে যে সম্পূৰ্ণৰূপে নিশ্চিত হৈ শুদ্ধ উত্তৰ নজনালৈকে কেৱে মুখ নোখোলে। কিয়নো সিহঁতৰ সমাজৰ শিক্ষাই হল কোনো কথা নিশ্চিতৰূপে নাজানিলে লোকৰ আগত নোকোৱাটো। ফলত লৰা-ছোৱালীহঁতে কম নম্বৰ পালে।

হোপি ৰেড ইণ্ডিয়ানসকলৰ মাজত বুদ্ধিমাপক পৰীক্ষা চলোৱা আন এগৰাকী বৈজ্ঞানিক এচে বেলেগ এটা সমস্যাৰ সম্মুখীন হব লগীয়াত পৰিছিল। তেওঁ বোৰ্ডত মৌখিক প্ৰশ্ন কেইটামান লিখি দি লৰা-ছোৱালীবোৰক কলে, মৌখিকটোৰ উত্তৰ পোৱাৰ লগে লগে প্ৰত্যেকে যেন বোৰ্ডৰ ফালে পিঠি দি থিয় হয়। বহুতেই খুব কম সময়ৰ ভিতৰতে উত্তৰ পোৱা যেন লাগিল। কিন্তু কোনেও উত্তৰ নোপোৱা কেইজনক এৰি বোৰ্ডলৈ পিঠি দিবলৈ ভাল নাপালে।

অষ্ট্ৰেলিয়াৰ আদিবাসীসকলৰ সমাজত কোনো সমস্যাই দেখা দিলে সমাজৰ বয়সস্থ ব্যক্তিসকল একগোট হৈ আলোচনা কৰি কোনো এটা সিদ্ধান্তত উপনীত হবলৈ চেষ্টা কৰে। এনে ধৰণৰ শিক্ষা সিহঁতৰ মজ্জাগত যেন হৈ গৈছে। ফলত পোটীয়ৰ্চ নামৰ এগৰাকী মনোবৈজ্ঞানিকে অষ্ট্ৰেলিয়াৰ আদিবাসী ল'ৰা-ছোৱালীৰ বুদ্ধি পৰীক্ষা কৰিবলৈ গৈ দেখিলে যে সিহঁত অকলে অকলে কোনো সমস্যা সমাধান কৰাৰ বা প্ৰশ্নৰ উত্তৰ দিয়াত ইচ্ছুক নহয়।

আমেৰিকাৰ ৰেড ইণ্ডিয়ানৰ বুদ্ধি পৰীক্ষা কৰা এজন মনোবৈজ্ঞানিকৰ অভিজ্ঞতা বৰ আমোদজনক। তেওঁ লৰা এজনক প্ৰশ্ন কৰিলে—'তুমি এখন দোকানলৈ গৈ ছপইচাৰ মিচৰি কিনি দোকানীক যদি দহ পইচা এটা দিয়া তেওঁ তোমাক কিমান পইচা ঘূৰাই দিব ?' লৰাজনে ততালিকে উত্তৰ দিলে, 'মোৰ দহ পইচা নাই, থাকিলেও মিচিৰি নিকিনো।' প্ৰশ্নকৰ্ত্তাই আকৌ সুধিলে,—'ধৰা, তুমি তোমাৰ দেউতাৰাৰ গৰু দহোটা চৰাবলৈ নিছা। তাৰে ছটা হেৰাল। তুমি কেইটা গৰু লৈ ঘৰলৈ ঘূৰিবা ?' লৰাজনে উত্তৰ দিলে 'আমাৰ দহটা গৰু নাই। থাকিলেও তাৰে ছটা হেৰুৱাই ঘৰলৈ ঘূৰি অহাৰ সাহস মোৰ নাই।' প্ৰশ্নকৰ্ত্তাই তৃতীয়বাৰ চেষ্টা কৰিলে লৰাজনৰ পৰা উত্তৰ পাবলৈ—'শ্ৰেণীত দহজন লৰা আছিল। তাৰে ছজনৰ আই ওলাল। শ্ৰেণীত কেইজন লৰা উপস্থিত থাকিব ?' লৰাজনে তপৰাই উত্তৰ দিলে—'এজনো নাথাকে।

কিয়নো বাকীকেইজন আই ওলোৱাৰ ভয়তে শ্ৰেণীলৈ নাহে।' লৰাজনে যে দহৰ পৰা ছয় বিয়োগ কৰিব নোৱাৰে সেইটো নহয়। কিন্তু প্ৰশ্ন কৰিবলৈ গৈ তাৰ আগত বৰ্ণোৱা অৱস্থাবোৰৰ বিষয়ে সি কল্পনা কৰিব নোৱাৰে। সেয়েহে সঠিক উত্তৰ পোৱা নগল।

এবিধ বুদ্ধিমাপক পৰীক্ষাত এটা প্ৰধান শব্দ দিয়া থাকে। তাৰ লগত আৰু কেতবোৰ শব্দ দিয়া থাকে। প্ৰধান শব্দটোৰ লগত তাৰে যি দুটাৰ সম্বন্ধ থাকে, সেই দুটা শব্দ কব লাগে। যেনে, জনসমাগম (বিপদ, ধূলি, সংখ্যা, উত্তেজনা, ঘন)। সঠিক উত্তৰ হল ঘন আৰু সংখ্যা। অৰ্থাৎ সংখ্যা বেছি হৈ মানুহবোৰ ঘন হলে জনসমাগম হয়। কিন্তু বহুতো ৰেড ইণ্ডিয়ান ল'ৰা-ছোৱালীয়ে ইয়াৰ উত্তৰত আন দুটা শব্দহে কব। যেনে, বিপদ, ধূলি বা উত্তেজনা। কিয়নো তেওঁলোকৰ সমাজত কোনো বিপদৰ সূচনা হলে মানুহবোৰ গোট খায়, উত্তেজনা আহে।

এনে ধৰণৰ পৰীক্ষাত কেতিয়াবা এটা বাক্য সম্পূৰ্ণকৈ নিলিখি এটা শব্দৰ বাবে খালি ঠাই থাকে। সেই ঠাই পূৰাব লাগে। যেনে, এটা বাক্য হল, পাঠাগাৰ আৰু গিৰ্জাত—বিৰাজ কৰিব লাগে। খালি ঠাই পূৰ কৰাৰ শুদ্ধ উত্তৰ হল নিৰৱতা। কিন্তু নিগ্ৰোসকলে গিৰ্জাত কেতিয়াও নিৰৱতা ৰক্ষা নকৰে। সেইটো তেওঁলোকৰ সমাজৰ দস্তুৰেই নহয়। গতিকে নিগ্ৰো ল'ৰা-ছোৱালীয়ে নিৰৱতা শব্দটোৰ কথা ভাবিবই নোৱাৰে।

সংস্কৃতিৰ এটা অন্যতম দিশ ভাষা। ভাষাৰ কাৰণেও বুদ্ধি নিৰ্দ্দেশক সংখ্যাৰ তাৰতম্য হব পাৰে। ৱেলচৰ ঘিবোৰ লৰা-ছোৱালীয়ে অকল ৱেলচ ভাষা কয়, সিহঁত ৱেলচ আৰু ইংৰাজী দুয়োটা ভাষা কোৱা লৰা-ছোৱালীতকৈ বেছি নম্বৰ পায়। বেলজিয়াম, ফ্ৰান্স, কানাডা আদি ঠাইতো দেখা গৈছে যে দ্বিভাষী লৰা-ছোৱালীতকৈ একভাষীয়ে বেছি নম্বৰ পায়।

এতেকে দেখা গল বুদ্ধিৰ ক্ষেত্ৰত কোনো এটা গোষ্ঠীক উৎকৃষ্ট বা

নিকৃষ্ট বোলাৰ আগতে বুদ্ধিমাপক পৰীক্ষাবোৰ সংস্কাৰমুক্ত কৰি লব লাগিব। বহুতেই এনে ধৰণৰ পৰীক্ষা উলিয়াবলৈ চেষ্টা চলাই আহিছে যদিও সংস্কাৰমুক্ত পৰীক্ষা উলিওৱা বৰ সহজ কাম নহয়।

মানুহৰ ওপৰত বংশগতি আৰু পৰিবেশ দুয়োটাৰেই প্ৰভাৱ সুস্পষ্ট। এদল মানুহ আন এদলতকৈ নিকৃষ্ট কিয় হয়? নিকৃষ্ট বংশগতিৰ বাবে নে অস্বাস্থ্যকৰ পৰিবেশৰ বাবে নে দুয়োটাৰ বাবেই। যদি বেয়া পৰিবেশহে দায়ী, তেন্তে দুবিধ বংশগতিৰ মানুহক একেটা পৰিবেশত ডাঙৰ-দীঘল কৰিলে একে ধৰণৰ বুদ্ধিৰ পৰিচয় দিবনেকি? আন ভাষাত কবলৈ গলে, বুদ্ধিৰ বিকাশত পৰিবেশৰ প্ৰভাৱ পৰেনেকি? এই প্ৰশ্নৰ উত্তৰ বিচাৰি কেইটামান উদাহৰণ লোৱা যাওক।

পৃথিবীৰ নানান ঠাইত বিভিন্ন গোষ্ঠীৰ মানুহ একেলগে বাস কৰা দেখা যায়। আমেৰিকাৰ কেইবাখনো চহৰত ককেচীয়, মঙ্গোলীয়, নিগ্ৰো আদি গোষ্ঠীৰ মানুহ একেলগে বাস কৰে। কলিকতাতো বিভিন্ন গোষ্ঠীৰ মানুহ দেখা যায়। একেখন চহৰতে ওচৰাওচৰিকৈ থাকে যদিও পৰিবেশ একে বুলি কব নোৱাৰি। ওপৰে ওপৰে চালে বিভিন্ন গোষ্ঠীৰ মানুহবোৰ একেখন চহৰৰ একে পৰিবেশত থকা যেন লাগিলেও দৰাচলতে একে পৰিবেশত বিভিন্ন গোষ্ঠীৰ মানুহ পোৱা সহজ নহয়।

প্ৰথম মহাসমৰৰ সময়ত হেজাৰে হেজাৰে মানুহ সৈন্যদলত ভৰ্ত্তি কৰোৱা হৈছিল। আমেৰিকাৰ সৈন্যবাহিনীত নিগ্ৰো সৈন্যও আছিল। সৈন্যবোৰৰ মাজত বুদ্ধিমাপক পৰীক্ষা চলাই দেখা গল যে গড় হিচাপে দক্ষিণ অঞ্চলৰ নিগ্ৰোবোৰ উত্তৰ অঞ্চলৰ নিগ্ৰো-বোৰতকৈ বুদ্ধি বিষয়ত পিচ পৰা। এই ঘটনাই বহুতো মনো-বৈজ্ঞানিকৰ দৃষ্টি আকৰ্ষণ কৰিলে। বিভিন্ন ঠাইত বাস কৰা একে গোষ্ঠীৰ মানুহে বিভিন্ন ফলাফল দেখুওৱাৰ কাৰণ বিচাৰি পৰীক্ষা চলোৱা হল।

আমেৰিকাৰ দক্ষিণ ভাগত স্থিত নগৰবোৰত কৃষ্ণবৰ্ণৰ নিগ্ৰো লৰা-ছোৱালীয়ে শ্বেতবৰ্ণৰ আমেৰিকান লৰা-ছোৱালীৰ লগত একেলগে একেখন স্কুলতে একে শিক্ষা লাভ কৰাৰ সুযোগ নাপায়। নিগ্ৰোবোৰ যায় ক'লাৰ স্কুললৈ। আমেৰিকানবোৰ যায় বগাৰ স্কুললৈ। শিক্ষাৰ পদ্ধতিও বহুত সময়ত একে নহয়। আনহাতে উত্তৰ ভাগত অৱস্থিত নগৰবোৰত কৃষ্ণ শ্বেত দুয়োবিধ লৰা-ছোৱালীকেই একেখন স্কুললৈও যোৱা দেখা যায়। ফলত একে স্কুলীয়া পৰিবেশত একে ধৰণৰ পাঠ পঢ়াৰ সুযোগ দুয়োবিধ লৰা-ছোৱালীয়েই একে ধৰণে পায়। এনে অৱস্থাত দেখা গৈছে যে দক্ষিণৰ নিগ্ৰো লৰা-ছোৱালীবোৰ শ্বেত লৰা-ছোৱালীতকৈ নিকৃষ্ট। কিন্তু উত্তৰৰ নগৰবোৰত শ্বেত আৰু কৃষ্ণ লৰা-ছোৱালীৰ মাজত থকা প্ৰভেদবোৰ সিমান স্পষ্ট নহয়। দক্ষিণৰ টেনেচি অঞ্চলৰ নিগ্ৰো লৰা-ছোৱালীৰ গড় বুদ্ধি নিৰ্দ্দেশক সংখ্যা হ'ল ৫৮। আনহাতে কালিফোৰ্ণিয়া, লচ্ এঞ্জেলচ্ আদি ঠাইৰ নিগ্ৰো লৰা-ছোৱালীৰ গড় বুদ্ধি নিৰ্দ্দেশক সংখ্যা ১০৫। এই পাৰ্থক্য মন কৰিবলগীয়া। পৰিবেশৰ বাবেই এনে হোৱাটো সম্ভৱ হৈছেনেকি ?

গোষ্ঠীবাদীসকলে ইয়াৰ উত্তৰ বেলেগ ধৰণে দিব খোজে। তেওঁলোকৰ মতে উত্তৰ ভাগত থকা নিগ্ৰোবোৰে দক্ষিণৰ পৰাই প্ৰব্ৰজন কৰিছে। প্ৰব্ৰজন কৰা মানুহবোৰ দক্ষিণতে থাকি যোৱা মানুহবোৰতকৈ উৎকৃষ্ট। সেইবোৰ মানুহে নতুন পৰিবেশত সহজে নিজকে খাপ খুৱাই লব পাৰে। সিহঁত প্ৰগতিবাদী, কাৰ্য্যক্ষম, উচ্চাকাঙ্ক্ষী। গতিকে সিহঁত এনেয়ে উৎকৃষ্ট। আৰু এই উৎকৃষ্টতাৰ বাবেই সিহঁতে উত্তৰলৈ প্ৰব্ৰজন কৰিব পাৰিছে। এনে অৱস্থাত উত্তৰ ভাগত বাস কৰা নিগ্ৰোবোৰ দক্ষিণ ভাগত বাস কৰাবোৰতকৈ যে উৎকৃষ্ট হব তাত কোনো সন্দেহ নাই, নতুনত্বও একো নাই।

ইয়াৰ উত্তৰ দিবলৈ গৈ আনদল বৈজ্ঞানিকে প্ৰব্ৰজনৰ গুৰিত থকা কাৰণবোৰ বিশ্লেষণ কৰাৰ উদ্দেশ্যে বহুতো নিগ্ৰো মানুহৰ

লগত সাক্ষাৎ কৰিলে। তাৰপৰা জনা গল যে উৎকৃষ্ট মানুহবোৰেহে প্ৰব্ৰজন কৰা কথাটো সঁচা নহয়। কিয়নো চাকৰি-বাকৰি নথকা সংস্থানহীন বহুতো মানুহ দক্ষিণত নিজৰ দেশ এৰি আত্মীয়-স্বজন এৰি উত্তৰলৈ খোজ লৈছিল নতুন জীৱনৰ পাতনি মেলাৰ আশাত। প্ৰতিযোগিতাত নিজৰ ঠাইত তিষ্টিব নোৱাৰা লোকো এই দলত আছিল। গতিকে প্ৰব্ৰজন কৰা সকলো লোকেই যে উৎকৃষ্ট সেই কথা দ্বিধাহীনভাবে মানি লব পাৰি কেনেকৈ? দ্বিতীয়তে, এই মানুহবোৰ দক্ষিণ অঞ্চলত থাকোঁতে স্কুললৈ গৈছিল। কিন্তু সেই সময়ত সিহঁত দক্ষিণত থাকি যোৱা মানুহতকৈ উৎকৃষ্ট নাছিল। গতিকে উৎকৃষ্ট মানুহবোৰেহে যে প্ৰব্ৰজন কৰিছিল, তাৰ সত্যতা ক'ত? তৃতীয়তে, উত্তৰ অঞ্চলত বেছিদিনীয়াকৈ থকা লৰা-ছোৱালী-বোৰ তাত কমদিনীয়াকৈ থকা লৰা-ছোৱালীবোৰতকৈ বুদ্ধিত আগবঢ়া। এই কথাই পৰিবেশৰ প্ৰভাৱৰ কথাই মনত নেপেলাব জানো?

মঙ্গোলীয় গোষ্ঠীৰ ৰেড ইণ্ডিয়ান সকলৰ মাজতো এনে ধৰণৰ পৰীক্ষা চলোৱা হৈছে। প্ৰায় একে ধৰণৰ ফলাফল পোৱা গৈছে। ৰেড ইণ্ডিয়ানৰ বুদ্ধি নিৰ্দ্দেশক সংখ্যা আমেৰিকাৰ আনবোৰ মানুহতকৈ কম। ইয়াৰ গুৰিতে হল ভাষা আৰু কৃষ্টি। বুদ্ধিমাপক পৰীক্ষাবোৰ সংস্কাৰমুক্ত নহয় বাবেই এনে ফলাফল পোৱা গৈছে।

শ্বেত আমেৰিকাৰ ঘৰত সৰুৰে পৰা ডাঙৰ-দীঘল হোৱা ৰেড ইণ্ডিয়ান লৰা-ছোৱালী কিছুমানক এজন মনোবৈজ্ঞানিকে পৰীক্ষা কৰিছিল। তেওঁ দেখিলে যে সেইবোৰ ল'ৰা-ছোৱালীৰ গড় বুদ্ধি নিৰ্দ্দেশক সংখ্যা হল ১০২, আনহাতে অন্য ৰেড ইণ্ডিয়ান ল'ৰা-ছোৱালীৰ সেই সংখ্যা হল ৮১। ইয়াৰ পৰাও পৰিবেশৰ প্ৰভাৱৰ কথা জনা যায়।

এই প্ৰসঙ্গত আৰু কেইটামান কথা উল্লেখ কৰিব পাৰি। বহুতৰে ধাৰণা, আবয়বিক বৈশিষ্ট্যাই মানসিক চৰিত্ৰৰ পৰিচয় দিয়ে।

যেনে, উন্নত আৰু প্ৰশস্ত ললাট বুদ্ধিৰ পৰিচায়ক। সুগঠিত থুতৰি দৃঢ়তাৰ চিন। ডাঠ ওঁঠ ইন্দ্ৰিয়াসক্ত স্বভাৱৰ নিদৰ্শন। উপন্যাস, নাটক, গল্প আদিত এনে ধৰণৰ কথা প্ৰায়েই পঢ়িবলৈ পোৱা যায়। কিন্তু বৈজ্ঞানিকসকলে শাৰীৰিক গঠন আৰু মানসিক চৰিত্ৰৰ মাজত বিজ্ঞানসম্মত কোনো সম্বন্ধ বিচাৰি পোৱা নাই।

কোনো কোনোৰ মতে অসাধাৰণ মেধাৱী বা প্ৰতিভাশালী লোক সকলো গোষ্ঠীৰ মাজত দেখা নাযায়। প্ৰত্যেক গোষ্ঠীৰ পৰিবেশৰ পৰিপ্ৰেক্ষিতত বিচাৰ কৰি চালে কথাটো সঁচা নহয়। প্ৰত্যেক গোষ্ঠীৰ মাজতে প্ৰত্যেক সমাজতে আৱিষ্কাৰক আছে, জ্ঞানী মানুহ আছে, মেধাৱী বা প্ৰতিভাশালী লোক আছে। এই কথাটো বিচাৰ কৰোঁতে এটা কথা মনত ৰখা উচিত হব যে মেৰুদেশত বাস কৰা এস্কিমোসকলৰ মাজত ৰবীন্দ্ৰনাথ ঠাকুৰৰ নিচিনা কবি শিল্পী এজনক আশা কৰা মিছা। আন্দামানত বাস কৰা নেগ্ৰিটোসকলৰ মাজত আইনষ্টাইনৰ নিচিনা বৈজ্ঞানিকৰ আৱিৰ্ভাৱ আশা কৰিব নোৱাৰি।

বুদ্ধিমাপক পৰীক্ষাৰ দ্বাৰা দেখা গৈছে, গোষ্ঠীবাদীসকলে নিকৃষ্ট বুলি ভবা কোনো কোনো নিগ্ৰো ল'ৰা-ছোৱালীৰ বুদ্ধি নিৰ্দ্দেশক সংখ্যা ইমান বেছি যে সিহঁতক অসাধাৰণ মেধাৱী নুবুলি উপায় নাই। গতিকে নিগ্ৰো বা মঙ্গোলীয় গোষ্ঠীৰ মাজত মেধাৱী বা প্ৰতিভাশালী লোকৰ জন্ম হব নোৱাৰে বোলা কথাষাৰৰ সত্যতা নাই।

ৰক্তচাপ আদি শাৰীৰিক ক্ৰিয়াৰ লগতো গোষ্ঠীৰ সম্বন্ধ আছে বুলি কিছুমানে কব খোজে। তেওঁলোকে দেখুৱাইছে যে মঙ্গোলীয় গোষ্ঠীৰ চীনাবোৰৰ ৰক্তচাপ ককেচীয় আমেৰিকানতকৈ কম। কথাটো সঁচা। কিন্তু ইয়াৰ কাৰণ গোষ্ঠী নহয়। জলবায়ু, আহাৰ, পাৰিপাৰ্শ্বিক অৱস্থা আদিৰ লগত ৰক্তচাপৰ সম্বন্ধ সকলোৱে স্বীকাৰ কৰি লৈছে। ব্যস্ততা, চিন্তা-ভাবনা, উত্তেজনা আদিয়েও ৰক্তচাপ বৃদ্ধি কৰে। ইউৰোপ বা আমেৰিকাত বাস কৰা চীনাবোৰৰ ৰক্তচাপ বৃদ্ধি

হয়। আনহাতে, চীনদেশত বাস কৰা ইউৰোপীয় বা আমেৰিকানৰ ৰক্তচাপ কম। ইয়াৰ উত্তৰত গোষ্ঠিবাদীসকলে কি কব?

কোনো কোনোৱে আকৌ মানুহৰ অস্বাভাবিক ব্যৱহাৰৰ বাবে গোষ্ঠীকেই দায়ী কৰিব খোজে। উদাহৰণ স্বৰূপে নৰ্দিকৰ মাজত ভূমধ্যসাগৰীয়তকৈ আত্মহত্যাৰ হাৰ বেছি। কিয়নো নৰ্দিকসকল অন্তৰ্মুখী আৰু ভূমধ্যসাগৰীয়সকল বৰ্হিমুখী। কথাটো সঁচা হলেও তাৰ লগত গোষ্ঠীৰ কোনো পোনপটীয়া সম্বন্ধ নাই। ধৰ্ম্মবিশ্বাস, লোকবিশ্বাস, সামাজিক পৰিবেশ আদিয়েই এইবোৰ আচৰণৰ মূল।

গতিকে আমি এনেদৰে কব পাৰো যে যেতিয়া দুটা গোষ্ঠীৰ পৰিবেশ একে হয়, তেতিয়া সিহঁতৰ মাজত বুদ্ধি বিষয়ত থকা প্ৰভেদবোৰ কমি আহে। সেই কাৰণে গোষ্ঠি সম্বন্ধে ইউনেস্কোই প্ৰস্তুত কৰা বিবৃতিত কোৱা হৈছে যে বুদ্ধি বিষয়ত থকা প্ৰভেদবোৰ পৰিবেশ, শিক্ষা-দীক্ষা আদিৰ বাবে হৈছেনে আন কোনো জন্মগত কাৰণৰ বাবে হৈছে সেইটো বুদ্ধিমাপক পৰীক্ষাৰ দ্বাৰা সঠিককৈ কব নোৱাৰি। যেতিয়াই পৰিবেশৰ প্ৰভেদবোৰ আতৰি যায়, তেতিয়াই দেখা যায় যে মানসিক ক্ষেত্ৰত বিভিন্নবিধ মানুহৰ মাজত থকা পাৰ্থক্যবোৰো কমি আহিছে।

অৱশ্যে ইয়াৰ দ্বাৰা বুজায় যে মনস্তাত্বিক ক্ষেত্ৰত প্ৰভেদ থকাৰ গুৰিতে বংশগতিৰ কোনো অৱদান নাই বুলি বৈজ্ঞানিক সকলে ভাবে। বুদ্ধি বিষয়ত মানুহ গাইগুটীয়াভাবে উৎকৃষ্ট বা নিকৃষ্ট হব পাৰে। তাৰ মূলতে বংশগতিও থাকিব পাৰে। তেনেদৰে বংশগতিৰ বাবেই কিছুমান পৰিয়ালো উৎকৃষ্ট বা নিকৃষ্ট হব পাৰে। এই কথা অস্বীকাৰ কৰা টান। কিন্তু তাৰ লগত গোষ্ঠীৰ কোনো সম্বন্ধ নাই। সেয়েহে আমেৰিকাৰ কলম্বিয়া বিশ্ববিভালয়ৰ মনোবিজ্ঞানৰ অধ্যাপক অট' ক্লিনবাৰ্গৰ ভাষাৰে কব পাৰি যে বৈজ্ঞানিকে গোষ্ঠি আৰু মনোবিজ্ঞানৰ মাজত কোনো সম্বন্ধ থকাৰ কথা নাজানে।

# দ্বিতীয় অধ্যায়

## মানুহ আৰু প্ৰাকৃতিক পৰিবেশ

গোষ্ঠী যদি মানুহৰ আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, থকা-মেলাৰ নিৰ্দ্দেশক নহয়, তেনেহলে এইবোৰ কিহৰ ওপৰত নিৰ্ভৰশীল? এই প্ৰশ্নৰ উত্তৰ বিচাৰি এইবাৰ আন এটা বিষয়-বস্তু লৈ বিশ্লেষণ কৰি চাব লাগিব। সেইটো হৈছে প্ৰাকৃতিক পৰিবেশ। এদল বৈজ্ঞানিকে বহুদিনৰে পৰা সকিয়াই আহিছে যে প্ৰাকৃতিক পৰিবেশ মানৱ জীৱন-ধাৰাৰ অন্যতম নিৰ্দ্দেশক। বিভিন্নবিধ মানুহৰ মাজত থকা পাৰ্থক্যবোৰৰ প্ৰধান কাৰণ হৈছে এই প্ৰাকৃতিক পৰিবেশ। এই কথাৰ ব্যাখ্যা যুগ যুগ ধৰি নানাজনে নানাভাবে দি আহিছে। সেইসকলৰ ভিতৰত হিপোক্ৰেটচ্ ( Hippocrates ), থুচিডাইদচ ( Thucydides ), বদিন ( Bodin ), ৰাটজেল ( Ratzel ), হানটিংটন ( Huntington ) আদিৰ নাম বিশেষভাৱে উল্লেখযোগ্য। ইংৰাজীত এষাৰ কথা আছে—'Sovereign influence of environment' অৰ্থাৎ 'পৰিবেশৰ প্ৰভাৱেই সৰ্ব্বপ্ৰধান'। ওপৰোক্ত লোকসকলৰ মতবাদবোৰ চালিজাৰি চালে দেখা যায় তেওঁলোকে নানান ভাবে নানান ভাষাৰে এই কথাষাৰৰ সত্যতাকে প্ৰতিপন্ন কৰিবলৈ বিচাৰিছে। তেওঁলোকৰ মতবাদবোৰ পঢ়িলে এনেযেন লাগে যে কোনো এখন ঠাইৰ জলবায়ু, মাটিৰ গুণ আদি প্ৰাকৃতিক পৰিবেশই সেই ঠাইৰ মানুহৰ আবয়বিক গঠন, জীৱনধাৰা, সাংস্কৃতিক জীৱন, সকলোৰে গঢ় দিছে। কথাটো এনেভাৱে কিমানদূৰ সত্য সেইটো বিচাৰ্য্য বিষয়।

কিয়নো বৰ্ত্তমান কালত হানটিংটন প্ৰমুখ্যে প্ৰায় সকলোৱে মানি লৈছে যে অকল পৰিবেশৰ দোহাই দিয়ে মানুহৰ মাজত থকা সকলোবোৰ পাৰ্থক্যৰ ব্যাখ্যা দিব নোৱাৰি। ভৌগোলিক পৰিবেশৰ বাদেও আন বহুতো কাৰণ থাকিব পাৰে বা আছে, যিবোৰে মানুহৰ জীৱনধাৰাৰ মান নিৰ্দ্ধাৰণত বিশেষ সহায় কৰে। বেছি গভীৰতালৈ যাবই নেলাগে, একে ভৌগোলিক পৰিবেশত দুবিধ মানুহৰ জীৱন-প্ৰণালী বেলেগ দেখিলেই এই যুক্তিৰ সাৰ্থকতা বোধগম্য হব। উদাহৰণ স্বৰূপে, আমেৰিকাৰ এৰিজোনা অঞ্চলত নাভাহো আৰু হোপি নামৰ দুবিধ মানুহ বাস কৰে। হোপিসকল কৃষিজীৱি। আনহাতে নাভাহোসকলে সৌ সিদিনালৈকে আহাৰ সংগ্ৰহকাৰী আছিল। বৰ্ত্তমান তেওঁলোকে পশুপালন কৰিবলৈ লৈছে। আফ্ৰিকাৰ একে অঞ্চলতে ওচৰা-ওচৰিকৈ বাস কৰে কৃষিজীৱি বাইক আৰু গো-পালক বাহিমাবোৰ। অষ্ট্ৰেলিয়াৰ দক্ষিণ-পূব উপকূলত বাস কৰা অধিবাসীবোৰে মাছ মাৰি, চিকাৰ কৰি অৰ্থাৎ আহাৰ সংগ্ৰহ কৰি জীৱিকা নিৰ্ব্বাহ কৰিছিল। অথচ এতিয়া সেই একে ঠাইতে ইউৰোপীয় উপনিবেশ হৈছে। তেওঁলোকৰ কোনোৱে কৃষিকৰ্ম্ম কৰে, কোনোৱে পশুপালন কৰে, কোনোৱেবা উদ্যোগ প্ৰতিষ্ঠা কৰিছে। ভাৰতৰ মধ্যপ্ৰদেশ অঞ্চলত, উৰিষ্যাত ওচৰা-ওচৰিকৈ বহুতো জনজাতিৰ মানুহে বাস কৰে। তাৰে কিছুমান কৃষিজীৱি; কিছুমান আহাৰ-সংগ্ৰহকাৰী।

একমাত্ৰ প্ৰাকৃতিক পৰিবেশেই মানুহৰ সাংস্কৃতিক জীৱনৰ নিৰ্দ্দেশক নহয়। কিন্তু সেইবুলি মানুহৰ সাংস্কৃতিক জীৱনৰ ওপৰত পৰিবেশৰ প্ৰভাৱ কোনোৰকমে অস্বীকাৰ কৰিব নোৱাৰি। পৰিবেশে কেনেকৈ প্ৰভাৱ বিস্তাৰ কৰে সেইবিষয়ে আলোচনা কৰি চোৱা যাওক।

প্ৰথমে গৌৰীশঙ্কৰ শৃঙ্গকে আদি কৰি হিমালয়ৰ সুউচ্চ শিখৰবোৰৰ কথাকেই লোৱা যাওক। তুষাৰাবৃত্ত এই অঞ্চলবোৰত

মানুহৰ জন্ম হৈছিল বুলি ভাবিব নোৱাৰি। তেনেবোৰ ঠাইত বাস কৰিলেও, তাত কোনো সভ্যতা গঢ়ি উঠিব পাৰে বুলি আশা কৰিব নোৱাৰি। তেনে পৰিবেশতো মানুহে নিজকে খাপ খুৱাই লৈ বাচি থাকিব পাৰে। সেইটো সাময়িক ভাবেহে। স্থায়ীভাৱে তাত বসবাস কৰা সম্ভৱপৰ নহয়। অৱশ্যে পৃথিৱীত এনে বহুতো ঠাই আছে, যিবোৰ ঠাইৰ পৰিবেশ মানুহৰ বসবাসৰ বৰ অনুকূল নহয়। তথাপিও সেই প্ৰতিকূল পৰিবেশতে মানুহে নিজক খাপ খুৱাই বসবাস কৰি আহিছে। কিন্তু তেনে অৱস্থাত মানুহৰ সভ্যতাই কিমানদূৰ আগবাঢ়িব পাৰিব, তাৰ সীমাৰেখা নিৰ্দ্ধাৰিত কৰি দিছে পৰিবেশে। অৰ্থাৎ কোনো এখন ঠাই মানুহৰ বসবাসৰ উপযোগী হয়নে নহয়, যদি হয়, মানৱ সংস্কৃতিৰ ধাৰা কিমান দূৰলৈ প্ৰবাহিত হব, ইত্যাদিৰ নিৰ্দ্দেশ দিব পৰিবেশে।

মেৰু প্ৰদেশৰ তুষাৰাবৃত প্ৰতিকূল পৰিবেশত এস্কিমোসকলে বাস কৰি আহিছে। দক্ষিণ আফ্ৰিকাৰ কালাহাৰী মৰুভূমিত বাস কৰে বুচমেন জনজাতিৰ লোক। তাত জীৱন ধাৰণৰ পথ সুচল নহয়। মধ্য অষ্ট্ৰেলিয়াত পানীৰ বৰ অভাৱ। তাতো আদিবাসী-সকলে বাস কৰি আহিছে। প্ৰতিকূল পৰিবেশৰ লগত অহৰহ সংগ্ৰাম কৰি বৰ্ত্তি থাকিবলগীয়া হোৱা এইবোৰ মানুহৰ জীৱনৰ মানদণ্ড নিচেই অনুন্নত। তেওঁলোকে ন ন আৱিষ্কাৰ কৰি বা নতুন চিন্তাধাৰাৰ প্ৰৱৰ্ত্তন কৰি সভ্যতাৰ পথত খোজ দিয়াৰ পৰা নাই। যুগ যুগ ধৰি তেওঁলোকৰ সাংস্কৃতিক জীৱনধাৰা একেদৰেই প্ৰবাহিত হৈ আহিছে। প্ৰাকৃতিক পৰিবেশে তেওঁলোকৰ জীৱনৰ চাৰিসীমা নিৰ্দ্ধাৰিত কৰি হৈচা মাৰি ৰাখি থৈছে। গতিকে দেখা যায় মানৱ জীৱনৰ পৰিধি মোটামুটিভাৱে প্ৰাকৃতিক পৰিবেশেই নিৰ্দ্ধাৰণ কৰি দিয়ে।

কোনো এক বিশেষ প্ৰাকৃতিক পৰিবেশৰ প্ৰভাৱত থকা মানুহৰ জীৱনে এক বিশেষ গঢ় লয়। আন কথাত কবলৈ গলে মানুহে

সেই বিশেষ পৰিবেশত বিশেষভাবে তিষ্ঠি থাকিব পৰা হয়। সংস্কৃতিৰ ক্ষেত্ৰত এই কথা বিশেষভাবে প্ৰযোজ্য। এস্কিমোৰ দেশত বৰ জাৰ। জাৰৰ প্ৰকোপত তাত গছ-গছনি গজিব নোৱাৰে, খেতি-বাতি নহয়। ইফালে জাৰৰ প্ৰকোপৰ পৰা ৰক্ষা পাবলৈ তেওঁলোকৰ বাবে সাজ-পাৰৰ প্ৰয়োজন, বাস-গৃহৰ প্ৰয়োজন। সেইবোৰ তেওঁলোকে প্ৰাকৃতিক পৰিবেশৰ পৰাই আহৰণ কৰিব লাগিব। মধ্য অষ্ট্ৰেলিয়াৰ মাটিবোৰ অনুৰ্ব্বৰ। তাত পানীবো বৰ অভাৱ। চিকাৰ কৰিবলৈ জীৱ-জন্তুও প্ৰচুৰ পৰিমাণে পোৱা নেযায়। ফলমূলৰ গছো তাকৰ। ফলত আহাৰৰ অন্বেষণত আদিবাসীবোৰ অঘৰীৰ জীৱন যাপন কৰে। তাত উত্তাপৰ তাৰতম্য বৰ বেছি। ৰাতিকালি বৰ জাৰ হয়। কিন্তু মানুহবোৰে খালি গাৰে অকণো অসুবিধা নোপোৱাকৈ ঘূৰি ফুৰে। তেওঁলোকৰ তেনে জাৰ-ৰোধী বাস-গৃহও নাই। তেওঁলোক তেনেকৈয়ে থকাত অভ্যস্ত হৈ গৈছে। আমেৰিকাৰ হোপিবোৰে কৃষিকৰ্ম্ম জানে। তেওঁলোক বাস কৰা ঠাইডোখৰ বৰ সাৰুৱা নহয়; মৰুভূমি সদৃশ। খেতিৰ বাবে তেওঁলোকে বৰষুণৰ ওপৰত নিৰ্ভৰ কৰিব নোৱাৰে। তেওঁলোকে নিৰ্ভৰ কৰে বানৰ ওপৰত। বান্ধ সাজি জলসিঞ্চনৰ ব্যৱস্থা কৰি তেওঁলোকে মাকৈ ৰোৱে। পানীৰ যোগান অনুসৰি তেওঁলোকৰ নিজস্ব পদ্ধতিৰে খেতি-বাতি কৰে। প্ৰাকৃতিক পৰিবেশৰ লগত কৃষিকৰ্ম্ম তেওঁলোকে মিলাই লৈছে।

প্ৰাকৃতিক পৰিবেশৰ পৰাই মানুহে প্ৰয়োজনীয় বস্তু আহৰণ কৰে। গতিকে পৰিবেশনৰ তাৰতম্য অনুযায়ী মানুহৰ যাৱতীয় দ্ৰব্যবোৰো বিভিন্ন ধৰণৰ হয়। সাজপাৰৰ কথাকেই লোৱা যাওক। মেৰু প্ৰদেশত ভাল উদ্ভিদ নাই। গতিকে তাত বাস কৰা এস্কিমোসকলৰ সাজপাৰ উদ্ভিদজাত দ্ৰব্যৰ পৰা পোৱাৰ সম্ভাৱনা নাই। জন্তুৰ চামৰাৰে তেওঁলোকে যাৱতীয় বস্তু প্ৰস্তুত কৰে। পলিনেচিয়াৰ দ্বীপবোৰত ভাল জীৱ-জন্তু পোৱা নেযায়। গতিকে

তাৰ মানুহে বস্ত্ৰ নিৰ্ম্মাণ কৰিবলৈ উদ্ভিদজাত দ্ৰব্যৰ আশ্ৰয় লয়। টাহিটি দ্বীপৰ আদিবাসীসকলে মুনি গছৰ বাকলিৰে বস্ত্ৰ তৈয়াৰ কৰে। নিউজিলেণ্ডত মুনিগছ নাই। তাত থকা মাৱৰীসকলে গছৰ পাতৰ আঁহ বটি সাজপাৰ প্ৰস্তুত কৰে। গছৰ পাত বান্ধি বান্ধিও বস্ত্ৰ তৈয়াৰ কৰা দেখা যায়। অসমৰ গাৰোসকলেও এসময়ত গছৰ বাকলিৰে বস্ত্ৰ নিৰ্ম্মাণ কৰিছিল।

পৃথিবীৰ সকলো মানুহৰে ঘৰ একে নহয়। ঘৰ সজাৰ পদ্ধতি বা সজুলিও একে নহয়। এস্কিমোৰ দেশত খেৰ, কাঠ পাবলৈ নাই। তাত চাৰিওফালে বৰফ আৰু বৰফ। তেওঁলোকে বৰফেৰেই ঘৰ সাজে। সেই ঘৰৰ নাম ইগলু। পশুপালক কাজাকসকল বাস কৰে তম্বুত। তম্বুবোৰ প্ৰধানকৈ জন্তুৰ ছালেৰে নিৰ্ম্মিত। অসমৰ জনজাতিৰ লোকসকলে প্ৰধানকৈ বাঁহেৰে ঘৰ সাজে। কাঠো ব্যৱহাৰ কৰে। অসমৰ 'অসম টাইপ' ঘৰৰ গুৰিতেই প্ৰাকৃতিক পৰিবেশ।

সাংস্কৃতিক জীৱনত প্ৰাকৃতিক পৰিবেশৰ প্ৰভাৱ সুস্পষ্ট। ধৰ্ম্ম সংস্কৃতিৰ অন্যতম অঙ্গ। ধৰ্ম্মীয় আচাৰত পৰিবেশৰ প্ৰভাৱ পৰে। কৃষিকৰ্ম্মৰ বাবে বৰষুণৰ প্ৰয়োজন। ধৰাং বহুবত কৃষকসকলে নানান মেজিক-ধৰ্ম্মীয় ৰীতি-নীতি আচৰণ কৰে—বৰষুণৰ আশাত। কিন্তু এস্কিমোসকলৰ জীৱনত বৰষুণৰ তেনে প্ৰয়োজন নাই। বৰষুণ আনিবলৈ কোনো ধৰ্ম্মীয় অনুষ্ঠানৰ ব্যৱস্থা তেওঁলোকৰ মাজত নাই। আনহাতে তেওঁলোকৰ জীৱনত ৰ'দ এক পৰম সম্পদ। সূৰ্য্যৰ লগত, ৰ'দৰ লগত নানান মেজিক-ধৰ্ম্মীয় অনুষ্ঠান জড়িত। প্ৰশান্ত মহাসাগৰীয় দ্বীপবোৰৰ আদিবাসীসকলৰ জীৱনত সাগৰে এক প্ৰধান ভূমিকা গ্ৰহণ কৰিছে। তেওঁলোকৰ নানান মেজিক-ধৰ্ম্মীয় বিশ্বাস সাগৰৰ লগত জড়িত।

এইখিনিতে এটা কথা উল্লেখ কৰি থোৱা ভাল হব। প্ৰাকৃতিক পৰিবেশৰ প্ৰভাৱ যে অকল আদিবাসীসকলৰ জীৱনতহে পৰিছে এনে নহয়। পৃথিবীৰ নানা ঠাইত বাস কৰা, সভ্যতাৰ পথত

বহুদূৰ আগবাঢ়ি যোৱা উন্নত জাতিবোৰৰ জীৱনধাৰাতো পৰিবেশৰ প্ৰভাৱ পৰিলক্ষিত হয়। ভৌগোলিক পৰিবেশে সকলো মানুহৰেই সাংস্কৃতিক আৰু সামাজিক জীৱন প্ৰভাৱান্বিত কৰে।

অসমৰ কথাকেই লোৱা যাওক। কৃষিজীৱি অসমীয়াৰ প্ৰধান আহাৰ ভাত। তাৰ গুৰিতেই ভৌগোলিক পৰিবেশ। অসম ধান খেতিৰ বাবে বিশেষ উপযোগী। অসমীয়াৰ জাতীয় জীৱনত ব্ৰহ্মপুত্ৰৰ প্ৰভাৱ বৰ স্পষ্ট। ব্ৰহ্মপুত্ৰ নৈৰ লগত বহুতো বিশ্বাস জড়িত হৈ আছে। অসমীয়া গীত-মাত সকলোতে লুইতৰ উল্লেখ পোৱা যায়।

ইউৰোপ, আমেৰিকাত বাস কৰা উন্নত জাতিবোৰৰো জাতীয় জীৱনলৈ লক্ষ্য কৰিলে ভৌগোলিক পৰিবেশৰ এনে ধৰণৰ প্ৰভাৱ স্পষ্টৰূপে ওলাই পৰে। খোৱা-বোৱা, থকা-মেলা, আচাৰ-ৰীতি, সকলোতেই প্ৰাকৃতিক পৰিবেশৰ প্ৰভাৱ পৰিছে। সাজপাৰ পিন্ধাৰ ধৰণ, ঘৰ সজাৰ আহিলা, প্ৰণালী, সকলো কম বেছি পৰিমাণে নিয়ন্ত্ৰিত হৈছে পৰিবেশৰ দ্বাৰাই।

প্ৰাকৃতিক পৰিবেশৰ ক্ষমতা কিন্তু অসীম নহয়। সাংস্কৃতিক, সামাজিক, অৰ্থনৈতিক, সকলোবোৰ নিয়ন্ত্ৰণ কৰাৰ সকলো শক্তি পৰিবেশৰ ওপৰত আৰোপিত কৰিলে ভুল কৰা হব। পৰিবেশৰ সমানে শক্তিশালী আন এটা প্ৰবল শক্তি হৈছে ঐতিহ্য আৰু সংস্কৃতি। মানুহ এনে এটা জীৱ নহয় যে ভৌগোলিক পৰিবেশে তাৰ সকলো কাৰ্য্যকলাপ সম্পূৰ্ণৰূপে নিয়ন্ত্ৰিত কৰিব। ভৌগোলিক পৰিবেশেও মানুহক দাস কৰিব পৰা নাই। আনহাতে মানুহে আদিম কালৰে পৰা সংগ্ৰাম চলাই আহিছে পৰিবেশক পৰাজিত কৰি নিজৰ আয়ত্বাধীন কৰিবলৈ। এই সংগ্ৰামৰ শেষ নাই। ফলত অনুন্নত, উন্নত সকলো মানুহেই প্ৰাকৃতিক পৰিবেশৰ পৰিৱৰ্ত্তন ঘটাব লাগিছে। মানুহৰ জীৱনধাৰাৰ পৰিৱৰ্ত্তন নানানভাৱে নিতৌ হবই লাগিছে। ইয়াৰ যেন শেষ নহয়।

অসমৰ পাহাৰী জনজাতিবোৰে ঝুম খেতি কৰে। তাববাৰে গছ-গছনি কাটি জুই লগাই পথাৰ মুকলি কৰে; প্ৰকৃতিৰ পৰিবৰ্তন সাধে। অষ্ট্ৰেলিয়াত পানীৰ বৰ অভাব। তাৰ আদিবাসীসকলে পানীখোৰা গাঁতৰ চাৰিওকাষে গছ-গছনি গজিবলৈ নিদিয়ে; কিয়নো সেইবোৰে পানী শুহি নিব। চিকাৰ কৰিবলৈ গৈ ঘাঁহনিত জুই লগাই দিয়ে, যাতে সহজে চিকাৰ দৃষ্টিগোচৰ হয়। এইবোৰে প্ৰকৃতিৰ পৰিবৰ্তন আনে। খেতিয়কসকলে নদীত বান্ধ দি লোৰ সাজি নিজৰ প্ৰয়োজন অনুসৰি পানীৰ সোঁত বোৱাই নিয়ে।

উন্নত জাতিবোৰ সভ্যতাৰ পথত বহুদূৰ আগবাঢ়ি গৈছে। তেওঁলোকে ন ন আৱিষ্কাৰ কৰি, নতুন যন্ত্ৰপাতি উলিয়াই প্ৰকৃতিক নিজৰ নিয়ন্ত্ৰণাধীন কৰিবলৈ গৈ ভৌগোলিক পৰিবেশৰ নানান পৰিবৰ্তন সাধিছে। ডাঙৰ ডাঙৰ নৈত বান্ধ দি অসাকৰা অঞ্চলবোৰ উৰ্বৰ কৰি পেলাইছে। যিবোৰ ঠাইত খেতি কৰাৰ কথা মানুহে কোনো দিন ভাবিব পৰা নাছিল, তাত এতিয়া শস্যৰ গছ লহপহকৈ বাঢ়ি আহি কক গেকৰা ভূমিৰ ৰং সেউজীয়া কৰিছে। কোনোদিনে মাছ নথকা ঠাইত পুখুৰী খান্দি মীনমহল খুলিছে। কোনো বিশেষ ভৌগোলিক পৰিবেশত কোনো কোনোবিধ বিশেষ উদ্ভিদ গজে। এতিয়া কৃত্ৰিম প্ৰজনন পদ্ধতিৰে নতুন নতুন ধৰণৰ উদ্ভিদৰ সৃষ্টি কৰি বেলেগ ভৌগোলিক পৰিবেশতো খেতি কৰিবলৈ লৈছে।

এইদৰে বেলেগ দৃষ্টিভঙ্গীৰে বিশ্লেষণ কৰিলে এনে যেন লাগে যে প্ৰাকৃতিক পৰিবেশতকৈ মানুহৰ কৃষ্টি, যাৰ মাজেৰে মানুহৰ জ্ঞান, অগ্ৰগতি সকলোৰে প্ৰকাশ পায়, বেছি শক্তিশালী। বিজ্ঞানৰ ব্যৱহাৰিক প্ৰয়োগে প্ৰাকৃতিক পৰিবেশক নিয়ন্ত্ৰণাধীন কৰি মানুহৰ নিজৰ ইচ্ছানুযায়ী মানৱ হিতাৰ্থে নিয়োগ কৰিবলৈ প্ৰচেষ্টা চলাইছে। এনে ধৰণৰ প্ৰচেষ্টা যে অকল উন্নত মানুহবোৰহে চলাইছে তেনে নহয়। অতি প্ৰাচীন কালৰে পৰা আদিবাসী সকলোৱে নিজৰ সামৰ্থ্য অনুযায়ী চেষ্টা কৰি আহিছে, প্ৰকৃতিক নিজৰ কৰবলৈ

জানিবলৈ। উন্নত জাতিবোৰ তুলনামূলকভাবে বেছি সফল হৈছে, তেওঁলোকৰ নৱলব্ধ বৈজ্ঞানিক জ্ঞান প্ৰয়োগ কৰি। আদিবাসীসকল সিমানদূৰ আগবাঢ়িব পৰা নাই। গতিকে এই ক্ষেত্ৰত দুয়োবিধ মানুহৰ মাজত মানদণ্ডৰ তাৰতম্য আছে। কিন্তু দুয়োবিধ মানুহৰেই প্ৰচেষ্টাৰ লক্ষ্য একে। আদিবাসী সকলে নিজৰ জ্ঞান আৰু সামৰ্থ্য অনুযায়ী প্ৰাকৃতিক পৰিবেশৰ লগত সংগ্ৰাম কৰিছিল; প্ৰকৃতিৰ ৰীতি-নীতিবোৰ জানিবলৈ চেষ্টা কৰিছিল। তেওঁলোকৰ প্ৰচেষ্টা কিছুদূৰ ফলৱতীও হৈছিল।

অষ্ট্ৰেলিয়াৰ আদিবাসীসকলৰ কথাকেই লোৱা যাওক। প্ৰকৃতিৰ কিছুমান নিয়মৰ কথা তেওঁলোকে জানে। তেওঁলোকে চিকাৰ কৰা জীৱজন্তু, মাছ, চৰাই আদিৰ স্বভাৱ লক্ষ্য কৰিছিল। তেওঁলোকে জানে কোন সময়খিনি এইবোৰৰ প্ৰজনন কাল, কোন সময়ত কোন ঠাইত এইবোৰ থাকে। তেওঁলোকে জানে, সেক দিলে বিষ ভাল হয়। কাটিলে কেনেকৈ তেজ ওলোৱা বন্ধ কৰিব পাৰি তাকো তেওঁলোকে জানে। তেওঁলোকে জুই ধৰিব জানে, জুইৰ ব্যৱহাৰ জানে। জুইত সেকি পুৰি যাঠিৰ আগ টান কৰে, নাৱৰ ভিতৰপিঠি মিহি কৰে। শিল, আঠা, মম, আঁহ, গছৰ বাকলি আদিৰ গুণবোৰ তেওঁলোকে জানি লৈ সেইবোৰ নিজৰ প্ৰয়োজন অনুসৰি ব্যৱহাৰ কৰে। চন্দ্ৰৰ কলা, বছৰৰ ঋতু আদিৰ বিষয়েও তেওঁলোকৰ জ্ঞান নথকা নহয়। তেওঁলোকে জানে, ঋতু পৰিৱৰ্ত্তনৰ লগে লগে বায়ুৰ সোঁত বেলেগ পথেৰে বয়, উদ্ভিদ গজে, ফুল ফুলে, ফল ধৰে। খৰাং বতৰত পানী খোৱা গাঁত শুকাই যায়। তেতিয়া পানী বিচাৰি কলৈ যাব লাগিব তেওঁলোকে জানে।

চিকাৰত পোৱা জন্তুটোৰ সদ্ব্যৱহাৰ কেনেকৈ কৰিব লাগে তেওঁলোকে জানে। জন্তুটোৰ প্ৰতিটো অঙ্গৰেই পূৰ্ণ ব্যৱহাৰ তেওঁলোকে কৰে। কেঞ্চেৰু মঙহ খায়। তাৰিৰ হাড় পিন হিচাপে ব্যৱহাৰ কৰে। নাড়ীবোৰেৰে জৰীৰ কাম কৰে। চৰ্ব্বি

ৰঙা মাটিৰ লগত মিহলাই প্ৰসাধন সামগ্ৰী কৰে। কয়লাৰ লগত তেল মিহলাই তাৰে ৰং প্ৰস্তুত কৰে; নখবোৰ ভিঙিত আঁকি সৌন্দৰ্য্য বৰ্দ্ধন কৰে।

অষ্ট্ৰেলিয়াৰ আদিবাসীয়ে বুমেৰাং নামৰ এবিধ অস্ত্ৰ তৈয়াৰ কৰে। বুমেৰাং জন্তু বা চৰাইক লক্ষ্য কৰি মাৰি পঠিয়ালে লক্ষ্যভ্ৰষ্ট হলে আকৌ আগৰ ঠাইলৈ ঘূৰি আহে। এনে ধৰণৰ বুমেৰাং সজাৰ বাবে বিশেষ কৌশল জনা উচিত। যেয়ে সেয়ে ইয়াৰ গঢ় দিব নোৱাৰে। যাঠি এডাল শক্তিশালী, বেগী আৰু সহজে নিক্ষেপিত হোৱাৰ গুৰিতে তাৰ আকাৰ আৰু আয়তন। গতিকে অধিক কৌশলীজনেহে তেনে ধৰণৰ যাঠি সাজিব পাৰে।

আদিবাসীসকলৰ মাজত গীত-মাত, সাধুকথা আদিৰো প্ৰচলন আছে। সেইবোৰৰ কিছুমান মনেগঢ়া, কিছুমানৰ লগত পুৰণি আখ্যান, ধৰ্ম্মীয় বিশ্বাস আদি জড়িত হৈ আছে। সেইবোৰে তেওঁলোকৰ কল্পনা-প্ৰৱণ মনৰ পৰিচয় দিয়ে।

আফ্ৰিকা, এছিয়া, আমেৰিকা আদি ঠাইত বাস কৰা জনজাতি-বোৰৰো জীৱন-যাত্ৰা বিশ্লেষণ কৰিলে এনে ধৰণৰ তথ্য ওলাই পৰিব। সকলোবোৰ মানুহেই কম বেছি পৰিমাণে প্ৰকৃতিৰ ৰহস্য উদ্ঘাটন কৰিবলৈ আৰু প্ৰকৃতিক নিজৰ হিতাৰ্থে ব্যৱহাৰ কৰিবলৈ সমৰ্থ হৈছিল। যিবিধ মানুহ যি প্ৰাকৃতিক পৰিবেশত থাকে, তাৰহে ৰহস্যবোৰ জানিব পাৰে, নিজৰ কামত লগাব পাৰে। পৰিবেশ ভেদে এইবোৰো বিভিন্ন হব। কেইটামান উদাহৰণ লৈ অলপ বিশদভাবে আলোচনা কৰি চোৱা যাওক।

মানুহৰ সকলোতকৈ প্ৰয়োজনীয় বস্তু হৈছে খোৱা আহাৰ আৰু পানীয়। আহাৰ আৰু পানীয় মানুহে প্ৰাকৃতিক পৰিবেশৰ পৰা আহৰণ কৰে। আহাৰৰ তালিকা নিৰ্দ্ধাৰণ কৰে পৰিবেশেই। মানুহৰ আহাৰক দুটা দৃষ্টিভঙ্গীৰে আলোচনা কৰিব পাৰি। এটা জীৱতাত্বিক আৰু আনটো সামাজিক বা সাংস্কৃতিক। মানুহৰ শৰীৰৰ

বৃদ্ধি আৰু গঠনৰ বাবে আহাৰৰ প্ৰয়োজন। আহাৰে শৰীৰক শক্তি যোগায়। শৰীৰৰ সকলো অঙ্গ-প্ৰত্যঙ্গ, প্ৰণালী আদিক কাৰ্য্যক্ষম কৰি ৰাখিবলৈ খাদ্যৰ যোগান লাগে। কিন্তু অকল সেই চাহিদা পূৰণ কৰিবলৈয়ে মানুহে জন্তুৰ দৰে আহাৰ গ্ৰহণ নকৰে। আহাৰ সুস্বাদু হব লাগিব, সুপক্ক হব লাগিব। আহাৰ পৰিবেশন কৰিব লাগিব। পৰিবেশনৰ ৰীতি সমাজ ভেদে ভিন ভিন। আহাৰ গ্ৰহণ কৰাৰ নিৰ্দ্ধাৰিত সময় আছে। মানুহে অকল নিজৰ উদৰ পূৰণ কৰিবলৈয়ে আহাৰ প্ৰস্তুত নকৰে। সমাজ পাতি আনকো নিমন্ত্ৰণ কৰে। ধৰ্ম্মীয় আচাৰ মানি দেৱ-দেৱী আদিকো অৰ্পণ কৰে। এইবোৰ আহাৰৰ সামাজিক আৰু সাংস্কৃতিক দিশ।

খাদ্যই শৰীৰৰ পুষ্টি সাধন কৰে। পুষ্টি সাধনৰ বাবে কোনো এক বিশেষ পৰিমাণৰ আহাৰৰ প্ৰয়োজন। কিন্তু এনে পুষ্টি সাধন-কাৰী আহাৰ নিয়মিতভাবে পোৱা যায় জানো? প্ৰকৃতিয়ে ইমান হিচাপ কৰি আহাৰৰ যোগান ধৰে জানো? ঋতু পৰিবৰ্ত্তনৰ লগে লগে আহাৰ যোগানৰো পৰিবৰ্ত্তন হয়। সকলো ঋতুতে সমানে নিয়মীয়াভাবে আহাৰ পোৱা নেযায়। বতৰ বিশেষে আহাৰ প্ৰয়োজন অনুসৰি নেপালে, বাহিৰৰ পৰা আহাৰ যোগানৰ ব্যৱস্থা কৰা উচিত। কিন্তু তেনে ব্যৱস্থা সকলোৱে কৰিব নোৱাৰে। অথবা সেই ঠাই এৰি য'ত যথেষ্ট পৰিমাণে আহাৰ পোৱা যায়, তালৈ প্ৰব্ৰজন কৰিব লাগে। কিন্তু সেইটোও সদায়ে সম্ভৱপৰ নহয়। ফলত বতৰ বিশেষে মানুহে প্ৰায় আধাপেটী হৈ থাকিব লগীয়া হয়। আহাৰৰ যোগান নিয়মীয়া নহলে মানুহে শৰীৰত নিয়মীয়াকৈ শক্তি নেপায়। শৰীৰ নিশকতীয়া হয়। উত্তৰ ৰোডেচিয়াৰ বেম্বাসকলৰ মাজৰ পৰা তথ্য সংগ্ৰহ কৰি দেখা গৈছে তেওঁলোকে প্ৰয়োজনীয় আহাৰ সদায়ে নেপায়। বিশেষকৈ বিসময়ত মানুহে কৃষি-কৰ্ম্মৰ বাবে যথেষ্ট পৰিশ্ৰম কৰিবলগীয়া হয়, সেই সময়তে মানুহে উপযুক্ত আহাৰ খাবলৈ নেপায়। মানুহৰ

শক্তি আৰু উদ্যম হ্ৰাস পায়। ফলত এজন মানুহে যি পৰিমাণ মাটিত কৃষি-কৰ্ম্ম কৰিব পৰা উচিত, সিমান পৰিমাণৰ মাটি চহ কৰিব নোৱাৰে। শস্যৰ উৎপাদন কমি যায়।

নেফাৰ টিৰাপ জিলাত বাস কৰা ৱাঞ্চুসকলৰ মাজতো এনে অৱস্থা দেখা যায়। যি সময়ত তেওঁলোকে কঠোৰ পৰিশ্ৰম কৰিব লগীয়া হয়, সেই সময়ত সেই অনুপাতে শক্তিবৰ্দ্ধক প্ৰয়োজনীয় আহাৰ নাপায়। আনহাতে যি সময়ত ঝুম পথাৰত কাম নাইকিয়া হৈ আছে, সেই সময়ত খাদ্যৰ যোগান ঠিকেই থাকে।

আফ্ৰিকাৰ ঘানা আদি দেশত বাস কৰা আদিবাসী সকলৰো একে অৱস্থা। বাৰিষা কালত যেতিয়া মানুহে খেতি-বাতিৰ বাবে বৰ পৰিশ্ৰম কৰিবলগীয়া হয়, সেই সময়তে তেওঁলোকে পেট পুৰাই খাবলৈ নাপায়। মানুহবোৰে যে কম খাদ্য উৎপাদন কৰে তেনে নহয়, অথবা দৈনন্দিন জীৱনত খুব যে অপচয় কৰে সেইটোও নহয়। কিন্তু ধৰ্ম্মীয় আৰু সামাজিক অনুষ্ঠানত তেওঁলোকে প্ৰচুৰ পৰিমাণে খাদ্য-শস্য নষ্ট কৰে। সেই অনুষ্ঠানবোৰ বাদ দি বছৰটোৰ খাদ্য-শস্য নিয়মীয়াকৈ খালে গোটেই বছৰটোৱে জুৰিলেহেতেন। কিন্তু সেইটো তেওঁলোকে নকৰে। ধৰ্ম্মীয় অনুষ্ঠানবোৰ সমাজৰ সংস্কৃতিৰ এৰাব নোৱাৰা অঙ্গ। সেইবোৰক বাদ দিলে সমাজৰ অস্তিত্ব থাকিল ক'ত? গতিকে আহাৰৰ দ্বাৰা পুষ্টিসাধন বা আহাৰৰ অৰ্থনীতিতকৈ ধৰ্ম্মীয় আচাৰ-ৰীতিবোৰহে তেওঁলোকৰ বাবে বেছি প্ৰয়োজনীয়।

অসমত বাস কৰা গাৰো, মিকিৰ আদিয়েও গোটেই বছৰটো জোৰাকৈ ধান উৎপাদন কৰিব নোৱাৰে। সেই কাৰণে বছৰৰ কোনো এটা সময়ত তেওঁলোকে আলু, কচু খাই জীৱন ধাৰণ কৰিবলগীয়া হয়। হিচাপ কৰি চলিলে এওঁলোকেও হয়তো বহুতো সময়ত গোটেই বছৰটো ভাত খাব পাৰিলেহেতেন। কিন্তু তাকে কৰিবলৈ গৈ তেওঁলোকৰ জাতীয় জীৱনৰ অঙ্গস্বৰূপ ধৰ্ম্মীয় আচাৰ-অনুষ্ঠানবোৰক অৱহেলা কৰিব নোৱাৰে।

পুষ্টিকাৰক আহাৰৰ বিষয়ে আলোচনা কৰোঁতে আন এটা দিশলৈও মন কৰা উচিত। আহাৰ কেনে গুণবিশিষ্ট হব লাগে? সাধাৰণভাবে কবলৈ গলে মানৱৰ আহাৰত ছটা উপাদান যথোপযুক্ত-ভাৱে থকাটো বাঞ্ছনীয়। সেইকেইটা হল—শৰ্কৰা, চৰ্ব্বি, মাংসসাৰ, খনিজ লোণ, পানী আৰু খাদ্যপ্ৰাণ। এই ছটাৰ ভিতৰত প্ৰথম তিনিটা উপাদান শক্তি উৎপাদনকাৰী। ইঞ্জিন চলিবলৈ যেনেকৈ কয়লা, খনিজ তেল আদি লাগে, তেনেকৈ মানৱ শৰীৰৰ সকলো-বোৰ যন্ত্ৰ চালিত ৰাখিবলৈ এই তিনিটা উপাদান বিশেষভাবে প্ৰয়োজনীয়। পিছৰ তিনিটা, অৰ্থাৎ খনিজ লোণ, পানী আৰু খাদ্যপ্ৰাণে শৰীৰত তেনে একো শক্তি নোযোগায়। কিন্তু শৰীৰৰ গঠনৰ বাবে আৰু শৰীৰৰ সকলো ক্ৰিয়া সুচাৰুৰূপে চলাৰ বাবে এই তিনিটা অপৰিহাৰ্য্য।

চিকিৎসাশাস্ত্ৰই আমাক শিকায় যে স্বাভাবিক সুস্থ সবল শৰীৰৰ বাবে এইকেইটা খুবেই প্ৰয়োজনীয় আৰু এইকেইটা এটা নিৰ্দ্ধাৰিত অনুপাতত শৰীৰে পাব লাগে। এই অনুপাতৰ ভাৰসাম্য ৰক্ষা নহলে শৰীৰে স্বাভাবিক গুণবোৰ নাপায়। এসময়ত বহুতো মানুহেই ভাবি লৈছিল যে পৃথিবীৰ বিভিন্ন ঠাইত থকা সকলোবোৰ আদিবাসীয়েই প্ৰাকৃতিক পৰিবেশৰ পৰাই এই উপাদানবোৰ যথাবিহিত অনুপাতে আহৰণ কৰে। এনেদৰে ভৰা সকলে বিশ্বাস কৰিছিল যে প্ৰকৃতিয়ে যি আহাৰ মানুহক দিয়ে, সেই আহাৰহে স্বাভাবিক স্বাস্থ্যৰ বাবে উপযোগী। তেওঁলোকে কবলৈ বিচাৰে যে পশু-পক্ষীয়ে প্ৰাকৃতিক পৰিবেশৰ পৰাই আহাৰ আহৰণ কৰে। সেই আহাৰ খাই সিহঁত স্বাভাবিকৰূপে বৰ্ত্তি থাকে। মানুহে যদি প্ৰকৃতিৰ ওপৰত নিৰ্ভৰশীল হৈ প্ৰকৃতিয়ে দিয়া আহাৰ খাবলৈ লয়, তেন্তে মানুহেও পুষ্টিকাৰক আহাৰ গ্ৰহণ কৰি স্বাভাবিক স্বাস্থ্য পাব। সেই সকলৰ কিছুমানে জেহাদ তুলিছে, কৃত্ৰিমতা বাদ দি প্ৰকৃতিৰ কোলালৈ ঘূৰি যোৱাটোৱেই শ্ৰেষ্ঠ পন্থা।

সেইবোৰ থিয়েই নহওক, সাম্প্ৰতিক কালৰ গৱেষণাৰ পৰা জনা গৈছে যে বহুতো আদিবাসীৰ মাজতেই পুষ্টিকৰ আহাৰৰ অভাৱ। অভাৱৰ কাৰণ দুটা। এটা, প্ৰাকৃতিক পৰিৱেশত আহাৰৰ উপাদানবোৰ যথেষ্ট পৰিমাণে নাই। দ্বিতীয়তে, যিকণ আছে তাকো অজ্ঞতাবশতঃ সুব্যৱহাৰ কৰিব নোৱাৰে। অৱশ্যে অভাৱৰ কাৰণ ইমান সহজে দুবাৰ কথাৰে বুজাব নোৱাৰি। সুব্যৱহাৰ কৰিব নজনা বোলোতে নানান সামাজিক কাৰণ আহি পৰে।

বহুতো কৃষিজীৱি আদিবাসীয়ে প্ৰধানকৈ বিবিধ শস্য, গছৰ মূল আদি খাই জীৱন ধাৰণ কৰে। তেওঁলোকে সেই খাদ্যৰ যোগে প্ৰচুৰ পৰিমাণে শৰ্কৰা জাতীয় উপাদান পায়। কিন্তু তেওঁলোকৰ খাদ্য-তালিকাত মাংসসাৰ জাতীয় খাদ্যৰ অভাৱ। আগতে উল্লেখ কৰি অহা বেম্বা আদিবাসীৰ আহাৰত চৰ্বি আৰু প্ৰাণীজ মাংসসাৰৰ অভাৱ দেখা যায়। 'চি' খাদ্যপ্ৰাণো কম পৰিমাণে থাকে। অৱশ্যে কেঁচা শাক-পাচলিৰ পৰা এই খাদ্য-প্ৰাণটো সহজে পাব পাৰি। কিন্তু কেঁচা খাদ্য খোৱাটো তেওঁ-লোকৰ আচাৰ-বিৰুদ্ধ বুলি ভেনে খাদ্য গ্ৰহণ কৰিবলৈ তেওঁলোক প্ৰস্তুত নহয়। তেওঁলোকে সেইবোৰ শুকুৱাই খায়; ফলত খাদ্যপ্ৰাণ নষ্ট হৈ যায়। স্কুলৰ বোৰ্ডিঙত থকা বহুতো ছাত্ৰই তেওঁলোকৰ খাদ্যৰ লগত দিয়া কেঁচা চেলাদ পাত খাবলৈ অস্বীকাৰ কৰিছিল। তেওঁলোকৰ যুক্তি—কেঁচাই কেঁচাই জীৱ-জন্তুৱেহে খায়; মানুহে কিয় খাব! ইয়াৰ বিপৰীত দৃশ্য দেখা যায় এস্কিমোসকলৰ খাদ্যৰ তালিকাত। তেওঁলোকে প্ৰধানকৈ মাছ-মঙহ খায়ে থাকে। তেওঁলোকৰ আহাৰত প্ৰাণীজ মাংসসাৰৰ প্ৰাধান্য বেছি। আনহাতে শস্য, মূল আৰু শাক-পাচলিৰ অভাৱত শৰ্কৰা জাতীয় খাদ্য যথেষ্ট পৰিমাণে নাপায়। সেই অভাৱ কিছু পৰিমাণে দূৰ কৰিছে গছৰ গুটি আৰু শেলুৱৈ জাতীয় উদ্ভিদে। জন্তুৰ তেজ তেওঁলোকৰ এটা প্ৰধান আহাৰ। তাৰপৰাও কিছু

শর্কৰা জাতীয় উপাদান পাব পাৰে। তথাপি সাধাৰণভাৱে এইটো কব পাৰি যে এই আদিবাসীসকলে প্ৰাকৃতিক পৰিবেশত পোৱা আহাৰ খাই শৰীৰৰ পুষ্টিসাধন কৰি সেই পৰিবেশত বৰ্ত্তি থাকিবলৈ শৰীৰক উপযুক্ত কৰি তুলিছে।

শুকান ঠাইবোৰত বাস কৰা আদিবাসীসকলে আকৌ পানীৰ অভাৱ বোধ কৰে। শৰীৰৰ যন্ত্ৰবোৰৰ সুপৰিচালনাৰ বাবে যি পৰিমাণে পানীৰ প্ৰয়োজন সেই পৰিমাণ পানী তেওঁলোকৰ শৰীৰে নাপায়। উদাহৰণ স্বৰূপে মধ্য অষ্ট্ৰেলিয়াৰ শুকান অঞ্চলত বাস কৰা আদিবাসী সকলৰ কথা কব পাৰি। তেওঁলোকে পানীৰ অভাৱ বৰকৈ বোধ কৰে। কিন্তু সেই অভাৱৰ লগতে নিজৰ শৰীৰক খাপ খুৱাই লৈছে। অভাৱ পূৰণ কৰিবলৈ তেওঁলোকে যেতিয়াই সুবিধা পায়, তেতিয়াই প্ৰচুৰ পৰিমাণে পানী খাই লয়। তেওঁলোকে শুকান নৈৰ বালি খান্দি বা শুকান জলাহ ভূমি খান্দি এক বিশেষ প্ৰজাতিৰ ভেকুলি বিচাৰি উলিয়ায়। ভেকুলিবোৰে বাৰিষা কালত নিজৰ বাবে পেটত পানী জমা কৰি থয়, যাতে খৰাং বতৰত সেই পানী ব্যৱহাৰ কৰিব পাৰে। মানুহে সেই ভেকুলিবোৰ ধৰি তাৰ পেটত থকা পানী নিজে খায়।

আৰু এটা কথা। আহাৰৰ কথা কওঁতে আমি সাধাৰণতে প্ৰধান প্ৰধান খাদ্যবোৰৰহে তালিকা কৰো। প্ৰধান আহাৰৰ লগতে আৰু কিমান ধৰণৰ বিভিন্ন বস্তু যে আহাৰ হিচাপে গ্ৰহণ কৰে তালৈ বিশেষ মন দিয়া নহয়। ফলত মূল আহাৰবোৰ বিশ্লেষণ কৰি আহাৰত কোনবিধ উপাদানৰ প্ৰাধান্য বেছি, কোনবিধৰ অভাৱ ইত্যাদি বিষয়ে বিশদভাৱে আলোচনা কৰি আহাৰৰ বিষয়ে মন্তব্য দিয়া হয়। বছৰৰ বিভিন্ন ঋতুত কম বেছি পৰিমাণে সংগ্ৰহ কৰি খোৱা আহাৰবোৰৰ উল্লেখেই কৰা নহয়। সাম্প্ৰতিক কালত এই বিষয়টোলৈ গুৰুত্বৰে দৃষ্টি আকৰ্ষিত হৈছে। বহুতেই এই বিষয়ে চৰ্চ্চা কৰি প্ৰবন্ধ-পাতিও লিখিছে। যেনে

গৈছে, বেছিভাগ আদিবাসীয়েই প্ৰধান আহাৰৰ লগতে আৰু এশ এবিধ আহাৰ খায়। সেইবোৰৰ বেছিভাগেই প্ৰাকৃতিক পৰিবেশৰ পৰা সংগ্ৰহ কৰা। বেম্বাবিলাকৰ কথাকেই লোৱা যাওক। তেওঁলোকে বেছি মঙহ খাবলৈ নাপায়। কিন্তু তেওঁলোকে নানাজাতীয় কীট-পতঙ্গ খায়। সেইবোৰে লো আৰু ফচ্‌ফৰাচ প্ৰচুৰ পৰিমাণে যোগায়। আফ্ৰিকাৰ আদিবাসীয়ে খোৱা মদত 'চি' খাদ্যপ্ৰাণ থাকে। 'বি' খাদ্যপ্ৰাণ যে থাকে তাততো কোনো সন্দেহেই নাই।

ইমান দূৰলৈ যাবই নালাগে। নিজৰ অভিজ্ঞতাৰ পৰাই উদাহৰণ দিব পৰা যায়। লিখক আৰু তেওঁৰ সহকৰ্মী ডঃ অন্নদাচৰণ ভাগৱতীয়ে ১৯৬৭ চনৰ ডিচেম্বৰ মাহত উত্তৰ-পূব সীমান্ত অঞ্চলৰ টিৰাপ জিলালৈ গৈ ৱাঞ্চু সকলৰ বিষয়ে অধ্যয়ন কৰোতে দেখিছে যে ৱাঞ্চুসকলৰ খাদ্য-তালিকা ইমান দীঘলীয়া যে তাক সম্পূৰ্ণ কৰা সহজসাধ্য নহয়। ডঃ ভাগৱতীয়ে ৱাঞ্চু ডেকা এজনক লৈ হাবিয়ে হাবিয়ে ঘূৰি সিইতৰ খাদ্যদ্ৰব্য ( অকল ডিচেম্বৰ মাহত হাবিত পোৱা ) সংগ্ৰহ কৰিছিল। গছ এজোপাৰ বিভিন্ন অংশৰ ঠাল, পাত, কুঁহিপাত, কলি, ফুল আদিৰ বেলেগ বেলেগ নাম আছে। সেইবোৰ বছৰৰ বিভিন্ন সময়ত তেওঁলোকে খায়। এয়া হল উদ্ভিদজাত দ্ৰব্যৰ কথা। তেনেকৈ ৱাঞ্চুৱে খোৱা চৰাই-চিৰিকতি, কীট-পতঙ্গবো লেখ নাই। কিন্তু ওপৰে ওপৰে চালে ৱাঞ্চুৰ খাদ্য-তালিকাৰ প্ৰকৃত পৰিচয় পোৱা নাযায়। অকল ৱাঞ্চুৰ কথাই নহয়, প্ৰায়বোৰ আদিবাসীৰ ক্ষেত্ৰতে এই কথা প্ৰযোজ্য।

১৯৬৫ চনত মিকিৰ পাহাৰলৈ যাওঁতে এই লিখক আৰু ডঃ ভাগৱতীৰ একে অভিজ্ঞতাই হৈছিল। এদিন হাবিৰ পৰা খাদ্য-সংগ্ৰহ কৰি ঘূৰি অহা ডেকা এজনৰ টোপোলাটো খুলি এজুবিতকৈ বেছিবিধ খাদ্যদ্ৰব্য দেখিবলৈ পোৱা হৈছিল।

আমাৰ অসমীয়া সমাজৰ পৰাও এনে উদাহৰণ দিব পাৰি। মাঘ বিহুৰ সময়ত সাত শাক খোৱা, বহাগ বিহুৰ সময়ত আমচৈয়া

খোৱাৰ গুৰিতেই শৰীৰক সময়মতে প্ৰয়োজনীয় খাদ্য উপাদান দিয়া বুলি ভাবিলে ভুল কৰা হব নেকি ? বতৰত হোৱা গছৰ ফুলপাত আদি গোটাই শুকাই থৈ বিভিন্ন ঋতুত খোৱা অভ্যাসো এই একে কাৰণতেই নহয় জানো ?

অভাৱৰ সময়ত ক্ষুধাৰ জ্বালাত আদিবাসীয়ে খাদ্যৰ তালিকা বঢ়াই দিয়ে। অষ্ট্ৰেলিয়া, আফ্ৰিকা, মধ্য আমেৰিকা আদি নানান ঠাইৰ বিভিন্ন আদিবাসীৰ লোকে সময়ে সময়ে মাটিও খায়। মাটি খোৱা বুলিলে বহুতেই ঘৃণাতে নাক কোচাব পাৰে। কিন্তু তেওঁলোকে খোৱা সেই বিশেষবিধ মাটিৰ গুণ জানিলে বা উপাদান জানিলে প্ৰকৃতি সম্বন্ধে থকা তেওঁলোকৰ জ্ঞানৰ প্ৰশংসাহে কৰিব লাগিব। সেই বিশেষ মাটিত প্ৰচুৰ পৰিমাণে খনিজ লৱণ থাকে। সেই লৱণ শৰীৰৰ বাবে বিশেষ উপকাৰী। মাটিৰ এনে গুণৰ কথা অসম আৰু উত্তৰ-পূব সীমান্ত অঞ্চলৰ বহুতো আদিবাসীয়েই জানে। তেওঁলোকে ভোক গুচাবলৈ মাটি খোৱাৰ কথা জনা নাযায়, কিন্তু অসুখে-বিসুখে বিশেষ ঠাইৰ মাটি খাবলৈ দিয়ে। গৰ্ভৱতী তিৰোতায়ো এনে মাটি খায় শৰীৰৰ পুষ্টি সাধনৰ বাবে। গৰ্ভৱতী তিৰোতাই মাটি খোৱা প্ৰথা আমাৰ অসমীয়া সমাজতো প্ৰচলিত। প্ৰকৃতিয়েই এনে ধৰণে খনিজ লৱণৰ যোগান ধৰে।

এনেদৰে বিশ্লেষণ কৰিলে দেখা যায় যে প্ৰাকৃতিক পৰিবেশে অকল মানুহৰ খাদ্যৰ যোগানেই নধৰে, খাদ্য-তালিকা নিয়ন্ত্ৰণো কৰে। এই খাদ্যবোৰৰ গুণাৱলীৰ ওপৰতে মানুহৰ স্বাস্থ্য বহু পৰিমাণে নিৰ্ভৰশীল।

কিন্তু খাদ্য-তালিকাত সামাজিক প্ৰভাৱৰ কথা উল্লেখ নকৰিলে এই আলোচনা সম্পূৰ্ণ নহ'ব। বহুতো সময়ত প্ৰকৃতিয়ে যোগান ধৰা সকলোবোৰ বস্তুকেই সামাজিক কাৰণবশতঃ খাদ্য হিচাপে গ্ৰহণ কৰা নহয়। বস্তুৰ গুণাৱলীৰ বিষয়ে অজ্ঞতাও যে তাৰ এটা কাৰণ সেইটোও কোনেও দুই কৰিব নোৱাৰে। কিন্তু সামাজিক

ৰীতি-নীতি তাতকৈ বেছি প্ৰভাৱশালী। প্ৰত্যেক সমাজৰে আকৌ খাদ্য বিষয়ত নিজস্ব মতবাদ কিছুমান আছে। খোৱাটো কেনে হল, কেনে হলে ভাল, এইবোৰ নিৰ্ণয় কৰে সেই মতবাদবোৰে। এটা অতি সাধাৰণ উদাহৰণ দিয়া যাওক। আমাৰ সমাজত ভাত প্ৰধান আহাৰ। পুতেকে দুপৰীয়াৰ সাজ ভাত নোখোৱা বুলি জানিলে মাকে মনত দুখ পায়। পুতেকেও হয়তো দিনটো একো নোখোৱাকৈ থাকিল বুলি ভাবে। অথচ তেওঁ হয়তো লুচি ভাজি মাছ-মঙহেৰে ভালকৈয়ে পেট পুৰাই খাইছে; শৰীৰৰ পুষ্টিসাধন ঠিকেই হৈছে। কিন্তু ভাত নোখোৱাৰ বেদনা মনৰ কোনোবা-খিনিত থাকি গৈছে। ইয়াৰ গুৰিতে মনস্তাত্বিক কাৰণ নহয় জানো? আৰু তেনে মনস্তত্বৰ আঁৰত আছে সমাজৰ ইঙ্গিত।

আমাৰ অসমীয়াৰ প্ৰধান আহাৰ ভাত। ইংলণ্ডৰ মানুহৰ পাউৰুটি। ভাৰতৰ পশ্চিম অঞ্চলত মানুহৰ প্ৰধান আহাৰ আটাৰ ৰুটী। পলিনেচীয়াৰ চোলোমন দ্বীপপুঞ্জৰ টিকোপীয়া সকলৰ 'টাৰো'। টাৰো হৈছে আলুৰ নিচিনা এবিধ মূল। আফ্ৰিকাৰ বহুতো আদিবাসীয়ে কণীধান সিজাই পায়স বা লুথৰীৰ (মিলেট পৰিজ) নিচিনা কৰি খায়। সেয়া তেওঁলোকৰ প্ৰধান আহাৰ। কণীধানৰ নাটনি পৰিলে আলু কচু আদিও সিজাই খায়; মঙহো খায়। কিন্তু মঙহ তেওঁলোকৰ মানত আহাৰ নহয়, এনেয়ে চখতে বা থকতে খোৱা বস্তুহে। উত্তৰ ৰোডেচিয়াৰ বেম্বাসকলৰ মতে একমাত্ৰ আহাৰ হল কণীধান সিজোৱা, বা লুথৰী। তেওঁলোকে একপেট আলু সিজোৱা বা মাকৈ খায়ো মনতে ভাবে যেন তেওঁলোকে দিনটো একোকে খোৱা নাই। কণীধান সিজোৱা নাপালে দিনটো যেন লঘোণে থাকে। তেওঁলোকে শাক-পাচলিৰ 'চুপ'ও খায়। কিন্তু চুপখিনি যেন খাদ্য নহয়, পৰিজ খাবলৈহে চুপ খাইছে। অথচ চুপ খুবেই পুষ্টিকাৰক। কিন্তু সেইটো তেওঁলোকে স্বীকাৰ কৰিবলৈ মান্তি নহয়।

খাদ্য সম্বন্ধে সমাজত থকা নিষেধবোৰো এই প্ৰসঙ্গত উল্লেখ-যোগ্য। গোমাংস প্ৰচুৰ পৰিমাণে পালেও অথবা গোমাংসত বহুত গুণ থকা বুলি কলেও কোনো হিন্দুয়েই সেই মাংস ভক্ষণ নকৰে। তেনেকৈ মুছলমান মানুহে গাহৰিৰ মাংস নাখায়। আদিবাসী সকলৰ মাজতো নানান ধৰণৰ বিশ্বাস আৰু নিষেধ আছে। টিকোপীয়াসকলে কেইবাবিধো চৰাইৰ মঙহ নাখায়। বামী মাছো নাখায়। অথচ তেওঁলোকৰে ওচৰ-চুবুৰীয়া মাৱৰীসকলে দুয়ো-বিধেই নিৰ্ব্বিবাদে ভক্ষণ কৰে। গভীৰ পানীত থকা হাঙৰ খোৱাতো টিকোপীয়াৰ মাজত নিষেধ আছে। কোনোবিধ মানুহে হাঙৰ নোখোৱাৰ কাৰণ, হাঙৰে মানুহৰ মঙহ খায়। আনহাতে সেই একে কাৰণতে অইন কিছুমানে হাঙৰ খায়। তেওঁলোকে মানুহ খোৱাৰ প্ৰতিশোধ লবলৈ হাঙৰৰ মঙহ ভক্ষণ কৰে। বহুতো অসমীয়া মানুহে বৰালী মাছ নাখায়। কিয়নো বৰালী মাছে গেলা-পচা মৰা-শ আদি সকলো বস্তুকেই খায়। আকৌ আন্দামানৰ আদিবাসী সকলে চৰাই বা জন্তু চিকাৰ নকৰে। অথচ ইচ্ছা কৰিলে তেওঁলোকে সেইটো সহজেই কৰিব পাৰে। আন্দামানৰ আদিবাসী বা টিকোপীয়াসকলে যদিও এনেদৰে বহুতো মাংসসাৰযুক্ত আহাৰ নাখায়, তথাপি তেওঁলোকে মাংসসাৰৰ অভাৱৰ বাবে ম্লুভূগে, কিয়নো তেওঁলোকে সেই উপাদান আন উৎসৰ পৰা পায়। কিন্তু আন বহুতো আদিবাসীয়ে সামাজিক কাৰণতেই প্ৰাণীজ মাংসসাৰৰ অভাৱ বোধ কৰিবলগীয়া হয়। সেই মানুহবোৰে যে মঙহ খাবলৈ বেয়া পায় তেনে নহয়। সামাজিক নিষেধৰ বাবে কেইবাবিধো মঙহ খাব নোৱাৰে। আফ্ৰিকাত কিছুমান আদিবাসী তিৰোতাই গৃহপালিত কুকুৰা বা কুকুৰৰ মঙহ নাখায়। আমাৰ অসমীয়া মানুহেও নিজৰ ঘৰত পোহা পাৰ খাব নোখোজে। আফ্ৰিকাৰ সেই আদিবাসীবোৰে হায়েনা আদি জন্তু বধ কৰে, কিন্তু তাৰ মঙহ নাখায়। অন্ত্যেষ্টি ক্ৰিয়াৰ লগত নানান নিষেধ

জড়িত। বহুতো আদিবাসীৰ মাজত প্ৰচলিত থকা প্ৰথা অনুযায়ী অশৌচ লগা অৱস্থাত মাছ মঙহ খাব নাপায়। অকল মাছ মঙহেই নহয়, বহুতো উৎকৃষ্ট খাদ্য সেই সময়ত খাব নোৱাৰে। হিন্দুয়েও অশৌচ লগা অৱস্থাত নানাবিধ আহাৰ গ্ৰহণ নকৰে।

অসমত বাস কৰা বহুতো জনজাতিৰ মানুহে সৌ সিদিনালৈকে গৰু-মহৰ গাখীৰ নাখাইছিল। এতিয়াও বহুতে নাখায়। তেওঁ-লোক গৰু-মহ পোহে। গৰু-মহৰ মঙহো খায়। কিন্তু গাখীৰ নাখায়। অথচ গাখীৰ কিমান পুষ্টিকৰ। তথাপি সামাজিক বা ধৰ্মীয় নিষেধ থকা বাবে তেওঁলোক গাখীৰ খাবলৈ মান্তি নহয়। সিংহলত বহুতো মানুহে গাখীৰ নাখায়। অথচ ঘৰে ঘৰে গৰু। গৰুৱে গাড়ী টানে। গোবৰৰ পৰা সাৰ হয়। গৰু কচাইত বেচি টকা উপাৰ্জ্জন কৰে। কিন্তু গাখীৰ নিখীৰায়। অথচ গাখীৰ খীৰোৱাহেতেন সেই গাইগৰুবোৰৰ পৰা কিমান যে গাখীৰ পালেহেতেন! সেই গাখীৰ কিমান পুষ্টিকৰ হলহেঁতেন।

খাদ্যত এনে কিছুমান উপাদান আছে, যিবোৰ নহলে মানুহ চলিব নোৱাৰা যেন হয়। অথচ সেই উপাদান সকলো প্ৰাকৃতিক পৰিৱেশত পোৱা নাযায়। সেই অভাৱ পূৰণ কৰিবলৈ মানুহে আনৰ ওচৰত নিৰ্ভৰ কৰিবলগীয়া হয়। এনেকৈয়ে আৰম্ভ হয় বেপাৰ বণিজৰ। এটা সাধাৰণ উদাহৰণ হৈছে লোণৰ বেপাৰ। আহোম ৰজা আৰু নগাসকলৰ মাজত থকা লোণৰ বেপাৰৰ কথা বহুতেই জানে। তেনেকৈ মধ্য আফ্ৰিকাত লোণৰ বেপাৰ চলি আছে। বেপাৰ-বণিজৰ যোগে লোণ আহৰণ কৰি মানুহে লোণৰ অভাৱ দূৰ কৰি আহিছে।

পশ্চিমীয়া সভ্যতাৰ সংস্পৰ্শলৈ অহাৰ ফলত বহুতো আদিবাসী জীৱনত খাদ্য বিষয়ত ভাবসাম্য নোহোৱা হৈ আহিছে। পশ্চিমীয়া সভ্যতাই পুষ্টিকৰ খাদ্যৰ সন্ধান দিছে, কিন্তু লগতে খাদ্য-সমস্যাও বৃদ্ধি কৰিছে। বৈজ্ঞানিক পদ্ধতিৰে খাদ্য-সম্ভাৰ বিশ্লেষণ কৰা

হৈছে। কোনবোৰ খাদ্য পুষ্টিকৰ, কোনবোৰ বেছি গুণসম্পন্ন নহয়, সেইটো উলিওৱা হৈছে; মাটিৰ উৰ্ব্বৰতা বঢ়াই খাদ্যৰ উৎপাদন বৃদ্ধি কৰিছে, নতুন নতুন খাদ্য-শস্যৰ খেতি কৰি খাদ্য-দ্ৰব্যৰো উন্নতি সাধিছে। এইদৰে পুষ্টিকৰ খাদ্যৰ অভাৱ দূৰ কৰিব পাৰি। কিন্তু সামাজিক দিশটো সম্পূৰ্ণৰূপে অৱহেলা কৰিলে ইয়াৰ সুফল আশা কৰিব নোৱাৰি। কিয়নো ইয়াৰ ফলত অৰ্থনৈতিক জীৱনত ধৰ্ম্মীয় বিশ্বাসত খাদ্যৰ প্ৰতি থকা মনোভাৱৰ সকলোতেই আঁচোৰ পৰিব। সেই আঁচোৰ সমাজে কেনেভাবে গ্ৰহণ কৰিব সেইটো বিচাৰ্য্য বিষয়। আকৌ নতুন নতুন পথাৰ মুকলি কৰি হাবিৰ পৰিমাণ কমোৱাৰ বাবে, জীৱজন্তু নাইকিয়া হৈ যোৱাৰ বাবে, অৰ্থনৈতিক জীৱনৰ কেনেভাবে পৰিবৰ্ত্তন হয় সেইটোও লক্ষ্য কৰিবলগীয়া। নতুন অৰ্থনৈতিক আৰু সামাজিক জীৱনত নিষেধবোৰৰ প্ৰভাৱ কমি যোৱাৰ ফলত সমাজে কোন-ফালে ঢাল লয় তালৈ লক্ষ্য ৰখাটো অতি আৱশ্যকীয় কথা। আদিবাসী সকলৰ অৰ্থনৈতিক, সামাজিক, ধৰ্ম্মীয় জীৱন এডাল সূতাৰে সাঙোৰ খাই থাকে। সূতাডালৰ কোনো এঠাইত টান পৰিলেই সকলোবোৰতেই তাৰ স্পন্দন অনুভৱ কৰা যায়। গতিকে সমাজৰ পৰিবৰ্ত্তন আনিবলৈ যাওঁতে অথবা সমাজৰ ভাল কৰিবলৈ গৈ সূতাডালত টান মৰাৰ আগতে সকলো কথা খৰচি মাৰি চাই লোৱা উচিত। নহলে সূতাত টান পৰাৰ ফলত কোনে কোন-কালে ছিটিকি পৰিব তাৰ ঠিকনা নোহোৱা হব। সূতাৰ সাঙোৰৰ পৰা এৰাৰ এৰাই গলে আকৌ আগৰ ঠাইলৈ অনাটো সহজ কথা নহয়। এই বিষয়ত সমাজৰ বৈজ্ঞানিকসকলৰ দায়িত্ব বৰ গধুৰ। ৰাজনীতিবিদসকলেও এই দায়িত্ব অস্বীকাৰ কৰিব নোৱাৰে।

আহাৰেই হৈছে মানুহৰ মুখ্য প্ৰয়োজনীয় বস্তু। গতিকে এই আহাৰ মানুহে কি পদ্ধতিৰে সংগ্ৰহ কৰে তালৈ লক্ষ্য ৰাখি মানৱ সমাজক কেইটামান ভাগত ভগাব পাৰি। সেইকেইটা হৈছে—

(ক) আহাৰ-সংগ্ৰহকাৰী, চিকাৰী আৰু মাছমৰীয়া (খ) পশুপালক, (গ) কৃষিজীৱি আৰু (ঘ) কাৰিকৰ। এইকেইটা প্ৰধান ভাগছে। প্ৰতিটো ভাগকে আকৌ কিছুমান উপভাগত ভগাব পাৰি।

প্ৰথমে আহাৰ-সংগ্ৰহকাৰী সকলৰ কথাকেই লোৱা যাওক। মেৰু অঞ্চলত বাস কৰা এস্কিমোসকল এই ভাগত পৰে। তেওঁলোকে প্ৰধানকৈ চিকাৰ কৰি, মাছ মাৰি খাদ্য দ্ৰব্য সংগ্ৰহ কৰি জীৱিকা নিৰ্ব্বাহ কৰে। আনহাতে মালয়ত বাস কৰা নেগ্ৰিটো বা কালিফোৰ্ণিয়া অঞ্চলৰ কিছুমান ৰেড ইণ্ডিয়ানে চিকাৰৰ ওপৰত বেছি নিৰ্ভৰ নকৰি প্ৰধানকৈ আহাৰ সংগ্ৰহ কৰে। গতিকে এই দুবিধ মানুহৰ মাজত আহাৰ সংগ্ৰহ কৰা পদ্ধতিৰ ক্ষেত্ৰত পাৰ্থক্য আছে।

কৃষিজীৱিসকলক ভাগ কৰা হয়, তেওঁলোকে কৃষিকৰ্ম্মৰ বাবে প্ৰধানকৈ ব্যৱহাৰ কৰা সঁজুলিবোৰলৈ লক্ষ্য ৰাখি। কোনো কোনোবিধ মানুহে অতি সাধাৰণ ধৰণৰ খনিত্ৰ এডালেৰে খেতি বাতি কৰে। নেফাৰ টিৰাপ জিলাত বাস কৰা ৱাঞ্চুসকলে এনে ধৰণৰ খনিত্ৰ ব্যৱহাৰ কৰে। গাৰোসকলে ব্যৱহাৰ কৰা খনিত্ৰ ডালৰ নাম মাথা। দ্বিতীয়তে, কোনো কোনোবিধ মানুহে খেতিৰ কামত কোৰ বা হো ব্যৱহাৰ কৰে। খাচিয়াসকলে ব্যৱহাৰ কৰা কোৰৰ নাম কেডজু। নগাসকলেও কোৰেৰে খেতি কৰে। কোৰ আকৌ কেইবাবিধৰো হব পাৰে। সেই অনুযায়ী কোৰ ব্যৱহাৰ কৰা কেইবাবিধো মানুহ পাব পাৰি। তৃতীয়তে, বহুতবেই খেতি কৰাৰ প্ৰধান আহিলা হৈছে নাঙল। এনেদৰে প্ৰধানকৈ পালিত পশু অনুযায়ী পশুপালকসকলকো নানান ভাগত ভগাব পাৰি। কাৰিকৰী বিদ্যা নানান তৰহৰ। সেই অনুযায়ী তেওঁলোকৰ সমাজো ভিন ভিন ধৰণৰ হয়।

এইখিনিতে এটা কথা মনত ৰখা উচিত যে কৃষিজীৱিসকলে যে অকল কৃষিকৰ্ম্মকে কৰে, অথবা পশুপালকে যে অকল পশুহে পালন কৰে, আইন কাম নকৰে, তেনে নহয়। ৰবাচলতে কৰলৈ গলে নাঙল

ব্যৱহাৰ কৰা কৃষিজীৱিয়ে কৃষিকৰ্ম্মৰ বাবেই পশুপালন কৰিবলগীয়া হয়, যদিও পশুপালন তেওঁলোকৰ প্ৰধান উপজীৱিকা নহয়। কৃষিজীৱিসকলেও সময়ে সময়ে চিকাৰলৈ যায়, মাছ মাৰিবলৈ যায়, হাবিৰ পৰা আহাৰো সংগ্ৰহ কৰে। অসমৰ মিকিৰ, ৰাঙ্খু আদিৰ কথা আগতে উল্লেখ কৰি অহা হৈছে। কৃষিজীৱি মিকিৰে বছৰৰ কোনো বিশেষ সময়ত হাবিৰ পৰা খাদ্যদ্ৰব্য সংগ্ৰহ কৰি বছৰৰ বিভিন্ন সময়ত খাবলৈ ৰাখি থয়। তেনেদৰে পশুপালকসকলেও ঠাই বিশেষে অলপীয়াকৈ হলেও খেতি কৰা দেখা যায়। গতিকে দেখা যায়, ওপৰোক্ত ভাগবোৰ কৰা হৈছে প্ৰধান উপজীৱিকালৈ লক্ষ্য ৰাখি। তাৰদ্বাৰা এইটো নুবুজায় যে তেওঁলোকৰ আন সহকাৰী উপজীৱিকা নাই।

এই শতিকাৰ তৃতীয় দশকলৈকে বহুতো মানুহেই বিশ্বাস কৰিছিল যে মানৱ সংস্কৃতিৰ বিৱৰ্ত্তন সকলো ঠাইতে প্ৰায় একে ধৰণেই হৈছিল। অৰ্থাৎ অতি সাধাৰণ সমাজ বিভিন্ন স্তৰৰ মাজেৰে গৈ জটিল অৱস্থাপ্ৰাপ্ত হৈছিল। এই মতত বিশ্বাসীসকলে প্ৰমাণ কৰিবলৈ যত্ন কৰিছিল যে আদিতে সমাজ আছিল আহাৰ সংগ্ৰহকাৰী বিধৰ অতি সাধাৰণ ধৰণৰ। পিছলৈ সমাজে বিৱৰ্ত্তনৰ মাজেৰে ৰূপ সলালে জটিল ধৰণৰ কৃষিজীৱিলৈ। তাৰ পিছত উদ্যোগে পাতনি মেলিলে। সাম্প্ৰতিক কালত সমাজবিদসকলে সৰল সমাজৰ পৰা জটিল সমাজলৈ ৰূপ লোৱাৰ কথা অস্বীকাৰ নকৰে। কিন্তু সকলো ঠাইতে সকলো সমাজে একে প্ৰণালীৰে জটিল ৰূপ লোৱা কথাটো কোনোপধ্যে মানি নলয়। প্ৰতিখন সমাজ বেলেগ বেলেগ অধ্যয়ন কৰাটো বাঞ্ছনীয়। আহাৰ সংগ্ৰহ পদ্ধতিৰ লগত জড়িত থকা পৰিবেশ আৰু তাৰ লগত সম্বন্ধ থকা মানৱ সমাজক বাদ দি মানুহৰ প্ৰধান প্ৰয়োজনীয় বস্তু আহাৰ-সংগ্ৰহ প্ৰণালীৰ ওপৰত নিৰ্ভৰ কৰি সামাজিক বিৱৰ্ত্তন দেখুৱাবলৈ যোৱাটো বিজ্ঞান-সম্মত বুলি আজিৰ বৈজ্ঞানিকে মানি লব নোখোজে।

আদিবাসীসকলৰ খাদ্য সমস্যা বিশ্লেষণ কৰিলে দেখা যায় যে প্ৰাকৃতিক পৰিবেশ সম্বন্ধে তেওঁলোকৰ অভিজ্ঞতাৰে লব্ধ জ্ঞান অপৰিসীম। খাদ্য-সংগ্ৰহ বিষয়ত থকা সমস্যাবোৰ তেওঁলোকে থলুৱা পদ্ধতিৰে সমাধান কৰিব জানে। যিমান সাধাৰণেই নহওক, তেওঁলোকৰ নিজৰ আহিলা বা সা-সজুলি আছে। আজিৰ সভ্যতাৰ অগ্ৰগতিৰ তুলনাত সেইবোৰ নগণ্য, অচল; তথাপিতো তেওঁলোকৰ নিজস্ব পদ্ধতি, নিজস্ব সঁজুলি আছে, সেইবোৰ ব্যৱহাৰ কৰাৰ জ্ঞানো আছে, আৰু তাৰদ্বাৰাই যুগ যুগ ধৰি তেওঁলোক বৰ্ত্তি আছে।

এইখিনিতে কেইটামান কথা স্বাভাৱিকতে মনলৈ আহে। সঁজুলি, তাৰ ব্যৱহাৰ, তেওঁলোকৰ অভিজ্ঞতাৰে লব্ধ জ্ঞান, এইবোৰ কিহৰ ওপৰত নিৰ্ভৰশীল? প্ৰাকৃতিক পৰিবেশৰ পৰিপ্ৰেক্ষিতত এইবোৰ বিকশিত হয়নে আন কিবা কাৰণ আছে? বিভিন্নবিধ মানুহে ন ন আৱিষ্কাৰৰ বিষয়ত কিদৰে পাৰদৰ্শিতা দেখুৱাইছে? সকলোবোৰ তেওঁলোকে নিজে আৱিষ্কাৰ কৰিছেনে লোকৰ পৰা ধাৰ কৰা? তেওঁলোকে নিজৰ ঐতিহ্য এৰি ধাৰ কৰিবলৈ প্ৰস্তুতনে? এইদৰে এশ এটা প্ৰশ্ন জগাটো খুবেই স্বাভাৱিক। প্ৰতিটো প্ৰশ্নৰ উত্তৰৰ বাবেই দীঘলীয়া আলোচনাৰ প্ৰয়োজন হ'ব। ইমান জটিলতালৈ নগৈ দুটামান উদাহৰণ দি এই প্ৰশ্নবোৰৰ লগত জড়িত সমস্যাবোৰলৈহে মাথোন আঙুলিওৱা হ'ব।

উত্তৰ ৰোডেচিয়াৰ পৰা ইকোলোজিকেল চাৰ্ভে (Ecological Survey) দল এটাই মাটি, উদ্ভিদ আৰু কৃষিকৰ্ম্মৰ পদ্ধতি সম্বন্ধে কিছু তথ্য সংগ্ৰহ কৰিছিল। জল-বায়ুৰ তাৰতম্যৰ লগত মাটিৰ গুণৰ সম্বন্ধ আছে। এই দুটাৰ লগত আকৌ নিবিড় সম্বন্ধ আছে বনবাৰিৰ বা উদ্ভিদৰ। ঠাই বিশেষে যাঁহনি হয়, ডাঙৰ গছ গজে, গছৰ প্ৰকৃতিও বেলেগ বেলেগ হয়। এই কথাটো সেই অঞ্চলৰ আদিবাসীসকলে জানে আৰু সেই অনুযায়ী তেওঁলোকে ঠাই বিশেষে বেলেগ বেলেগ ধৰণে খেতি কৰে। প্ৰতিটো বিধৰ

বিষয়ে বিশদ আলোচনালৈ নগৈ দুটা প্ৰধান বিধৰ কথা উল্লেখ কৰা যাওক।

উত্তৰৰ মালভূমি অঞ্চলৰ আদিবাসীসকলে তেওঁলোকৰ প্ৰাচীন পদ্ধতি অনুসৰি খেতি কৰে। ঠাই এডোখৰ বাছি লৈ গছ-গছনি কাটি ৰ'দত শুকাবলৈ দিয়ে। শুকোৱাৰ পিছত সেইবোৰত জুই লগাই দিয়ে। তাৰ পিছত তাত হোৰ সহায়েৰে খেতি কৰে। এনেকুৱা পথাৰত কণীধানৰ খেতি হয়। এই প্ৰথাক ঝুম প্ৰথা বোলা হয়। ঝুম পদ্ধতিৰে একে ঠাইতে বছৰে বছৰে খেতি কৰিব নোৱাৰি। ঠাই বিশেষে তিনিবছৰ চাৰিবছৰ বা ততোধিক বছৰৰ মূৰে মূৰে ঝুম পথাৰত খেতি কৰে।

আকৌ মধ্য কালাহাৰী সমভূমি অঞ্চল ঘাঁহনি। তাত ঝুম পদ্ধতিৰে খেতি কৰিব নোৱাৰি। ঝুম পথাৰত হোৱা শস্য এই পথাৰত নহয়। ইয়াৰ খেতি কৰাৰ পদ্ধতি বেলেগ। ইয়াৰ খেতিক পথাৰৰ সলনি শাক-পাচলি বা শস্যৰ বাৰী বোলাহে ভাল হব। এই অঞ্চলত সাত প্ৰকাৰৰ বাৰী আছে। প্ৰতিখন বাৰীতে বেলেগ বেলেগ খেতি হয়। এইবোৰৰ পৰা এইটোৱে ওলাই নপৰেনে যে প্ৰাকৃতিক পৰিবেশ সম্বন্ধে মানুহবোৰ সজাগ? আৰু পৰিবেশক নিজৰ বাবে কামত লগাবলৈ তেওঁলোক সক্ষম? পৰিবেশৰ বাবে এনে বিভিন্ন ধৰণৰ খেতি বা বাৰীয়ে গঢ় লৈছে যদিও অকল পৰিবেশৰ দোহাই দি সকলো কথা ব্যাখ্যা কৰিব নোৱাৰি। ভাবৰ আদান-প্ৰদান আন এটা দিশ।

ওপৰত উল্লেখিত জবীপ দলটোৱেই দেখুৱাইছে ইদলে সিদলৰ পৰা ন ন পদ্ধতি শিকিছে, ন ন খাদ্য প্ৰথাৰ লগত পৰিচিত হৈছে।

আমাৰ অসম আৰু নেফাৰ জনজাতিৰ জীৱনৰ পৰাও উদাহৰণ লব পাৰি। ৰাভাসকলৰ কথাকেই লোৱা যাওক। তেওঁলোকে পাহাৰত ঝুম খেতি কৰে। আমাৰ ভৈয়ামৰ গাৱঁৰ খেতিয়ক এজনে

ৰাভা পথাৰ দেখি নিশ্চয় আচৰিত হ'ব। তেওঁলোকে ভাবিবই নোৱাৰিব যে সেইবোৰ পথাৰ, তাতো খেতি হ'ব পাৰে। অথচ বছৰৰ পিছত বছৰ ধৰি ৰাভাসকলে তেনে ধৰণে খেতি কৰি আহিছে। ভৈয়ামৰ পানী-খেতি আৰু পাহাৰৰ ঝুম খেতিৰ মাজত পাৰ্থক্য থাকিব পাৰে, শস্যও বেলেগ হ'ব পাৰে, কিন্তু সেইবুলি পাহাৰীসকলৰ খেতি কৰা দক্ষতাক কোনেও অস্বীকাৰ কৰিব নোৱাৰে। মাটিৰ গুণ, উৰ্ব্বৰতা আদিৰ লগতো তেওঁলোকে সুপৰিচিত। সেয়েহে ঝুম পথাৰবোৰ গছ-গছনি গজি উৰ্ব্বৰ হ'বলৈ বছৰৰ পিছত বছৰ পেলাই থোৱা হয়। তেওঁলোকৰ সীমিত জ্ঞানেৰে তেওঁলোকে খেতি-পথাৰৰ উন্নতি কৰি আহিছে, অধিক শস্য পাবলৈ প্ৰচেষ্টা চলাই আহিছে।

অসমৰ আন আন জনজাতি যেনে, খাচিয়া, গাৰো, নগা আদিয়েও পাহাৰত ঝুম পদ্ধতিৰে খেতি কৰে। আজিকালি তেওঁলোকে অনুকূল অৱস্থাত পানী-খেতি কৰিবলৈও লৈছে। অৰ্থাৎ অইনৰ পৰা নতুন ভাৱধাৰা, নতুন পদ্ধতি গ্ৰহণ কৰিছে। কিন্তু নতুন পদ্ধতি গ্ৰহণ কৰাত সকলো মানুহেই অলপ সংৰক্ষণশীল, অলপ সজাগ। ৰাভা সকলে ঝুমখেতি কৰি আহাৰৰ যোগান পাই আহিছে। হঠাতে আন পদ্ধতিৰে খেতি কৰিবলৈ তেওঁলোক প্ৰস্তুত নহয়। তেওঁলোকে সহজে সেই দায়িত্ব লব নোখোজে। যদি নতুন পদ্ধতিৰে ভাল ফল নাপায়, তাৰবাবে দায়ী কোন হ'ব? তাতকৈ পুৰণি পদ্ধতিৰে যিকণ পাইছে সেয়ে ভাল। এইখিনিতে আহি পৰে ঐতিহ্য বা সংস্কৃতিৰ কথা। ঝুমৰ লগত জড়িত হৈ আছে গোটেই সমাজখন। খেতিৰ পদ্ধতিৰ লগে লগে সমাজতো পৰিবৰ্ত্তনে দেখা দিব। সেই পৰিবৰ্ত্তন মানি লবলৈ তেওঁলোক কিমানদূৰ প্ৰস্তুত, তাৰ ওপৰতে নিৰ্ভৰ কৰিব নতুন পদ্ধতিৰ আৰম্ভণ।

আদিবাসীৰ জীৱনত প্ৰাকৃতিক পৰিবেশৰ প্ৰভাৱ বৰ স্পষ্ট। তেওঁলোকৰ জীৱন-ধাৰা, আহাৰ, সমাজ আদি বহু পৰিমাণে নিয়ন্ত্ৰিত হয় প্ৰাকৃতিক পৰিবেশৰ দ্বাৰা। কিন্তু সেইবুলি তেওঁলোক প্ৰাকৃতিক

পৰিবেশৰ দাস নহয় অথবা খেলাৰ পুতলা নহয়। তেওঁলোকে নিজৰ চিন্তাধাৰাৰে, থলুৱা পদ্ধতিৰে পৰিবেশৰ লগত খাপ খুৱাই লোৱাৰ লগতে, পৰিবেশৰ পৰা কিমান বেছি আহৰণ কৰি জীৱনযাত্ৰাৰ মান উন্নত কৰিব পাৰি তালৈও লক্ষ্য ৰাখে। দীঘলীয়া অভিজ্ঞতাৰে লব্ধ জ্ঞান নিজৰ হিতাৰ্থে প্ৰয়োগ কৰিবলৈ তেওঁলোক যত্নবান।

---

# তৃতীয় অধ্যায়

## অৰ্থনৈতিক দিশ

কোনো এখন সমাজৰ সম্পদৰাজিৰ উৎস, তাৰ পৰিমাণ আৰু ব্যৱহাৰ আৰু এইবোৰৰ লগত সংশ্লিষ্ট কাৰ্য্যকলাপবোৰৰ অধ্যয়নৰ মাজেৰে সেই সমাজৰ অৰ্থনৈতিক দিশৰ লগত পৰিচিত হব পাৰি। মানুহ অৰ্থনৈতিক অৱস্থাৰ লগত গাইগুটীয়াভাবে আৰু সামূহিক-ভাবে জড়িত থাকে কোনো সংগঠনৰ মাজেৰে। এই সংগঠন-বোৰৰ দ্বাৰা মানুহৰ জীৱনৰ প্ৰয়োজনীয় সামগ্ৰীৰ চাহিদা কেনেদৰে পূৰণ হব, মানুহৰ অৰ্থনৈতিক জীৱনৰ ওপৰত এই সংগঠনবোৰৰ কেনে প্ৰভাৱ, ইত্যাদি বিষয়বোৰো অধ্যয়নৰ বস্তু। উদ্যোগ-প্ৰধান আধুনিক সমাজত থকা এনেবোৰ সংগঠন অধ্যয়ন কৰিবলৈ অৰ্থ-নীতিবিদসকলে বিজ্ঞান-সম্মত নানান প্ৰণালীৰ উদ্ভাৱন কৰিছে। প্ৰয়োজন অনুসৰি কিছু অদল-বদল কৰি এই প্ৰণালীবোৰ প্ৰয়োগ কৰি বিভিন্ন ধৰণৰ অৰ্থনৈতিক ব্যৱস্থা অধ্যয়ন কৰিব পৰা হৈছে। কিন্তু আদিম ধৰণৰ অতি সহজ সৰল সমাজত অৰ্থনীতি অধ্যয়নৰ এনেবোৰ প্ৰণালী কিমানদূৰ প্ৰযোজ্য সেইটো ভাবিবলগীয়া কথা। এনেবোৰ মানুহৰ অৰ্থনৈতিক অৱস্থা অধ্যয়ন কৰিব লাগিব সামাজিক দৃষ্টিভঙ্গীৰ পৰিপ্ৰেক্ষিতত। আধুনিক চিন্তাধাৰাৰে বা অৰ্থনৈতিক নীতিৰে এনেবোৰ সমাজৰ অৰ্থনীতি বুজিবলৈ গলে সেই সমাজৰ বিষয়ে কিছুমান ভ্ৰান্ত ধাৰণা হোৱাৰ সম্ভাৱনা। এনে ধৰণৰ আদিম ধৰণৰ সমাজৰ অৰ্থনীতিৰ লগত সম্বন্ধ থকা আহিলা-পাতি, সা-সৰঞ্জাম তুলনামূলকভাবে নিচেই তাকৰ আৰু সৰল; উদ্যোগিক সমাজৰ নিচিনা সংগঠিতও নহয়।

আদিম সমাজৰ পৰিসৰো সৰু ; সমাজৰ সভ্য সংখ্যাও তাকৰ। পৃথিবীৰ বিভিন্ন সমাজ বা মানুহৰ লগত এনেবোৰ সমাজৰ বহল সম্বন্ধ নাই। পৃথিবীৰ অৰ্থনৈতিক পৰিস্থিতিৰ লগত এনেবোৰ সমাজৰ কোনো পোনপটীয়া সম্বন্ধ নাই। পৃথিবীৰ বিভিন্ন দেশৰ মাজত থকা অৰ্থনৈতিক অৱস্থাৰ ভাৰসাম্যই এনেবোৰ সমাজত পোনপটীয়া প্ৰভাৱ পেলাব নোৱাৰে। পাশ্চাত্য সভ্যতাৰ সংস্পৰ্শলৈ অহাৰ আগলৈকে তেওঁবিলাকৰ মাজত মুদ্ৰাৰ প্ৰচলন নাছিল। গতিকে মুদ্ৰা প্ৰণালীৰ দ্বাৰা তেওঁলোক অৰ্থনৈতিক জীৱনৰ মান নিৰ্ণয় কৰিব পৰা নাযায়। আধুনিক অৰ্থনীতিৰ ছাত্ৰই নিজৰ সমাজৰ অৰ্থনৈতিক মানদণ্ডৰ বিচাৰ কৰাৰ দৰে সেইবোৰ সমাজৰ অৰ্থনীতি বিচাৰিবলৈ গলে হয়তো নিজে শিকি অহা প্ৰণালীবোৰ অৰ্থহীন যেন ভাবিব অথবা সেইবোৰ সমাজৰ অৰ্থনীতি নাই বুলি কব। এইটো সঁচা, আধুনিক অৰ্থনীতি শাস্ত্ৰত ব্যৱহৃত মূলধন, সঞ্চয়, লাভালাভ আদি শব্দবোৰৰ আদিম ধৰণৰ অৰ্থনীতিত স্থান নাই। কিন্তু সেইবুলি তেওঁলোকৰ অৰ্থমৈতিক জীৱন নাই বুলি কব নোৱাৰি। অৰ্থনীতি নথকাকৈ সমাজো থাকিব নোৱাৰে।

এনেবোৰ সমাজত প্ৰত্যেকে অৰ্থৰ মূল্যাঙ্কণ কৰে নিজস্ব সামাজিক দৃষ্টিভঙ্গীৰে। সেই দৃষ্টিভঙ্গীৰ লগত পৰিচিত নোহোৱা এজনৰ মানত তেওঁলোকৰ মূল্যাঙ্কণ নীতি আচহুৱা যেন লাগিব। এনেকুৱা অভিজ্ঞতা হৈছিল পশ্চিমীয়া জাতিবোৰৰ। তেওঁলোকে বিভিন্ন কাৰণত এনেবোৰ সমাজৰ ওচৰ চাপিবলগীয়া হৈছিল। কোনোবা গৈছিল কেঁচা সামগ্ৰীৰ অন্বেষণত ; কোনোবা গৈছিল নিজৰ পণ্যদ্ৰব্য বেচিবলৈ ; কোনোবা গৈছিল কম মজুৰী লোৱা বনুৱা বিচাৰি। আদিম সমাজত অৰ্থনীতি সম্বন্ধে তেওঁলোকৰ অভিনৱ অভিজ্ঞতা কিছুমান হৈছিল। তেওঁলোকে বুজিবলৈ টান পাইছিল কি কাৰণে সেই মানুহবোৰে মুদ্ৰাৰ মূল্যাঙ্কণ কৰিব নোৱাৰে। তেওঁলোকে

সেই মানুহবোৰৰ অৰ্থনৈতিক অৱস্থাৰ উন্নয়ন কৰিবলৈ গৈ সেই মানুহবোৰৰ পৰা বাধা পাইছিল। তেওঁলোকে কোনোৰকমে উপলব্ধি কৰিব নোৱাৰিছিল কি কাৰণে ট্ৰোব্ৰিয়ান্দ দ্বীপৰ আদিবাসীয়ে তেওঁলোকৰ কথামতে মুক্তা বিচাৰি পানীত ডুব দিয়াৰ পৰিবৰ্ত্তে মাছ মাৰিবলৈ গুচি যায়; অথচ মাছৰ পৰা যি উপাৰ্জ্জন তাতকৈ দহগুণ বেছি উপাৰ্জ্জন কৰিব পাৰে মুক্তা বিচাৰি। নিউগিনিৰ আদিবাসী এজনে গোটেই মাহটো ভুৰি যি আৰ্জ্জন কৰে গোটেইখিনিকে দুদিনতে আত্মীয়-স্বজনক উপহাৰ দি সাং কৰে অথবা অতি সাধাৰণ ধৰণৰ অলঙ্কাৰ-পাতি কিনি নিঃশেষ কৰে। ইয়াৰ কাৰণবোৰ পশ্চিমীয়া শিক্ষাৰে শিক্ষিত আদিবাসীৰ জীৱনৰ লগত অপৰিচিত সেই শ্বেতাঙ্গসকলে বুজা নাছিল।

১৯৬৭ চনৰ ডিচেম্বৰ মাহত নেফাৰ টিৰাপ জিলাত বাস কৰা ৱাঞ্চুসকলৰ মাজলৈ যাওঁতে এই লিখকৰো কিছু নতুন অভিজ্ঞতা হৈছিল। এজন মানুহে চাৰিটা কণী লৈ আহিছিল। এটা টকা যচাটো মানুহজনে কণী চাৰিটা দিবলৈ মান্তি নহল। আনহাতে চাৰি পিয়লা লোণ, যাৰ মূল্য পচিশ পইচাও নহব, দিয়াত মানুহজনে আনন্দেৰে কণী চাৰিটা দি গল। এদিন এজন কানীয়াই এমুঠি চাহপাতৰ বিনিময়ত এপাচি উৰহী দি গল। এখন গাঁৱলৈ যোৱাৰ বাটত এহাল মতা-মাইকীৰ লগত দেখা হওঁতে তেওঁলোকে আকাৰে ইঙ্গিতে আমাক ৰখালে। তাৰ পিছত হোৰাটোৰ পৰা গছৰ পাতেৰে মেৰোৱা সৰু টোপোলা এটা উলিয়ালে। পাতবোৰ গুচোৱাত কাগজেৰে মেৰিওৱা জুইশলাৰ বাকচ এটা ওলাই পৰিল। বাকচটো খালি আছিল। বুজিলো তেওঁক শলা কেইডালমান লাগে। দহডালমান শলা দিওঁতে প্ৰায় দুই কিলোগ্ৰাম কচু দিবলৈ ওলাল।

এদিনাখন এজন শিক্ষিত অসমীয়া ঠিকাদাৰে বৰ আক্ষেপ কৰি কৈছিল—অসমীয়া গাঁৱৰ মানুহবোৰ এনেয়ে বহি থাকে। অৱস্থাও

একো ভাল নহয়, তথাপি ওচৰতে সজা মথাউৰিৰ বাবে মাটি কাটিবলৈ নাহে। দেশৰ টকা বাহিৰৰ পৰা অহা বনুৱাই লৈ যাব লাগিছে। আক্ষেপৰ বাবে যুক্তি আছে, কিন্তু অসমীয়া গাঁৱলীয়াৰ এনে শ্রম-বিমুখতাৰ সামাজিক কাৰণ নাই জানো?

এসময়ত জাৰ্ম্মান অর্থনীতিবিদসকলে কৈছিল যে আদিবাসী সমাজত অর্থনীতি বুলি কোনো কথা নাই। তেওঁলোকৰ সমাজক প্রাক-অর্থনৈতিক কালৰ সমাজ বুলি কব পাৰি অর্থাৎ প্রতিজনে নিজৰ আহাৰ বিচাৰি লয়। কাৰো প্রতি কাৰো দায়িত্ব নাই। কিন্তু কথাটো সঁচা নহয়। পুৰণি জাৰ্ম্মান অর্থনীতিবিদসকলৰ সেই মত আজি আৰু কোনেও মানি নলয়। কিয়নো আদিবাসীসকলে অকল নিজৰ উদৰ পূৰণৰ অর্থে আহাৰ সংগ্রহ নকৰে। তেওঁলোকৰ মাজতো খাদ্য সমস্যা আছে। সেই সমস্যা গাইগুটীয়া নহয়; সমূহীয়া। আহাৰ-সংগ্রহ, আহাৰ-উৎপাদন, আহাৰ-বিতৰণ, সকলোতে সামূহিক প্রচেষ্টা দেখা যায়। মানুহৰ মাজত থকা পাৰিবাৰিক সম্বন্ধ, ওচৰ-চুবুৰীয়া, আত্মীয়-স্বজনৰ প্রতি থকা দায়িত্ব, দলপতি বা বয়সস্থ-সকলৰ প্রতি থকা আনুগত্য, আহাৰ সম্বন্ধে থকা সামাজিক নিষেধ আৰু বিশ্বাস, দেৱতা, পূর্ব্বপুৰুষ আদিৰ প্রতি থকা শ্রদ্ধা ভয়, এই সকলোবোৰেই অর্থনীতিত নিজস্ব ভূমিকা গ্রহণ কৰে। এইবোৰৰ গূঢ়কথা জানিলেহে আদিবাসীৰ অর্থনীতি বুজা যাব। তেতিয়া জনা যাব আপোন উদৰ পূৰণ আদিবাসীৰ নীতি নহয়। জটিল সামাজিক মেৰপাকত অর্থনীতি সাঙোৰ খাই আছে।

পশ্চিমীয়া সভ্যতাৰ সংস্পর্শলৈ নহা আদিবাসী সমাজৰ অর্থ-নৈতিক জীৱনৰ নিয়মানুৱর্ত্তিতা ভিন্ন প্রকৃতিৰ। তেওঁলোকৰ সমাজত মানুহে হাজিৰা কাম নকৰে। দিনৰ দিনটো মজুৰী খাটি বিনিময়ত টকা নলয়। কোনোৱে কাম কৰি দিলে টকা দিম বুলি মাতিলেও কামলৈ যাব নোখোজে। কিন্তু আনৰ বাবে কোনো কোনো কাম কৰি দিয়াটো তেওঁলোকে কর্তব্য বুলি ভাবে। বিনিময়ত কিবা

আৰ্থিক লাভ হবনে নহয় সেইটো তেতিয়া বিচাৰ্য্য বিষয় নহয়। সামাজিক জীৱনৰ কৰ্ত্তব্য বুলি ভাবি সেই কাম সকলোৱে কৰিব লাগে।

ঘৰ সজাটো এজন মানুহৰ কাম নহয়। কিন্তু পইছা দিও হাজিৰা কাম কৰা মানুহ পাবলৈ নাই। এনে অৱস্থাত মানুহজনে নিজে যি পাৰে, কৰে। তাৰ পিচত প্ৰয়োজন বিশেষে জ্ঞাতি-কুটুম্ব বা গোটেই গাঁৱৰ মানুহকে নিমন্ত্ৰণ কৰে ঘৰটো সাজি দি যাবলৈ। গাঁৱৰ মানুহে সেই ঘৰ সজা কামটো কৰ্ত্তব্য বুলি ভাবে আৰু সেইমতে কাম কৰে।

আমাৰ সমাজত সময় বৰ প্ৰয়োজনীয়। বস্তুবোৰ হাজিৰা দিয়া হয় সময় অনুসৰি। সময়ৰ হেৰফেৰৰ বাবে কামৰ ক্ষতি হয়। আমাৰ দৈনন্দিন জীৱনৰ কাৰ্য্যকলাপ ঘড়ী অনুসৰি চলে। সময়ৰ ওপৰত আমি ইমান বেছি মূল্য আৰোপ কৰো, অথচ আদিবাসীয়ে সময়ত সিমান বেছি গুৰুত্ব নিদিয়ে। তেওঁলোকৰ জীৱনৰ লগত অপৰিচিতজনে তেওঁলোকৰ সময়ৰ জ্ঞান নথকা দেখি হেয়জ্ঞান কৰিব পাৰে। তেওঁলোকক সোৱোপা বুলি ভাবিব পাৰে। কিন্তু দৰাচলতে সেইটো নহয়। তেওঁলোকৰ দৈনন্দিন অৰ্থনীতিত সময়ে বিশেষ ভূমিকা গ্ৰহণ নকৰে বাবেই তেওঁলোক সময়ৰ প্ৰতি ইমান উদাসীন। তেওঁলোক এলেহুৱা নহয়। প্ৰয়োজনৰ সময়ত যথেষ্ট উদ্যমেৰে কাম কৰে। যিটো কাম সময়ত নকৰিলে ক্ষতিগ্ৰস্ত হোৱাৰ সম্ভাবনা সেই কাম পূৰ্ণ উদ্যমে অশেষ চেষ্টাত যথা সময়ত সম্পাদিত কৰে। আজৰি সময়ত কৰিবলৈও তেওঁলোকে কাম বিচাৰি লয়। খেতি-বাতিৰ সময়ত, চিকাৰত, মাছলৈ যাওঁতে তেওঁলোকে যি পৰিশ্ৰম, ক্ষিপ্ৰতা আৰু সাহসেৰে কাম কৰে, দেখিলে তবধ মানিব লাগিব। কিন্তু গোটেই দিনটো অনবৰত কামত ব্যস্ত হৈ থকাটো তেওঁলোকৰ স্বভাববিৰুদ্ধ।

বহুতেই ভাবে, আদিবাসীসকলে অতি আৱশ্যকীয় চাহিদা

পূৰাবলৈ অতি শীঘ্ৰে যি কৰিব পাৰে তাকেই কৰে। অৰ্থাৎ একমাত্ৰ নিজ প্ৰয়োজনৰ বাবেহে তেওঁলোকে কাম কৰে। সেই প্ৰয়োজনৰ খাটিৰতে তেওঁলোকৰ অৰ্থনৈতিক জীৱনৰ পাতনি মেল খায়। কিন্তু কথাটো সঁচা নহয়। আহাৰ, বস্ত্ৰ, বাসগৃহ বা তেনে অতি আৱশ্যকীয় সামগ্ৰী আহৰণৰ উদ্দেশ্যেই যে অৰ্থনৈতিক সংগঠনবোৰ আছে তেনে নহয়। এইটো ঠিক মানুহৰ মুখ্য প্ৰয়োজনীয় বস্তুৰ যোগান এই সংগঠনবোৰৰ মাজেৰেই আহিব লাগিব। প্ৰত্যেকে তাৰ অংশ পাব লাগে। সংগঠন শব্দটোৱেই সূচায় যে ক্ষুধাৰ তাড়নাত মানুহে অকলে একো কৰা নাই। মানুহ সঙ্ঘবদ্ধ হৈছে, তেওঁলোকৰ সংগঠন হৈছে। অৰ্থাৎ প্ৰয়োজনৰ বাবেই মানুহে সামাজিক গোট হিচাপে চেষ্টা কৰিছে। আহাৰৰ কথাকেই লোৱা যাওক। ক্ষুধা নিবৃত্তিৰ বাবেই আহাৰ সংগ্ৰহ বা উৎপাদন কৰা বুলি কলে ভুল হব। কিমান মানুহৰ ক্ষুধা নিবৃত্তি কৰিব অকল তাৰ দ্বাৰাই আহাৰৰ মূল্য নিৰূপণ কৰা নহয়, নিৰূপিত হব, সেই আহাৰ কিদৰে কি উদ্দেশ্যে ব্যৱহৃত হব, তাৰ দ্বাৰাইহে। ভঁৰালত প্ৰচুৰ আহাৰ থকা জনে ধনী-মানী বুলি স্বীকৃতি নাপায়। তেওঁ সেই স্বীকৃতি পাব তেওঁ আহাৰৰ মাজেৰে নিজৰ কাৰ্য্যকলাপ কিদৰে প্ৰকাশ কৰে তাৰ দ্বাৰাইহে। সেই কাৰ্য্য-কলাপে নিৰূপণ কৰিব আহাৰৰ মূল্য, তথা সমাজত মানুহজনৰ মূল্য। মানুহ এজনে আহাৰ সংগ্ৰহ কৰাৰ গুৰিতে নানান সামাজিক কাৰণ থাকিব পাৰে। জ্ঞাতি-কুটুম্ব, আত্মীয়-স্বজনৰ প্ৰতি থকা দায়িত্ববোধ তাৰ এটা কাৰণ হব পাৰে। উপৰিপুৰুষ বা দলপতিৰ প্ৰতি আনুগত্য প্ৰকাশ কৰিবলৈ প্ৰচুৰ আহাৰৰ প্ৰয়োজন হব পাৰে। নিজক বিত্তশালী বুলি প্ৰমাণ কৰিবলৈ, সন্তানৰ বিবাহৰ বাবে, সন্তানক সমাজভুক্ত কৰিবলৈ অথবা অতিথি সেৱাৰে নিজৰ মহত্ব প্ৰকাশ কৰিবলৈও আহাৰৰ প্ৰয়োজন হব পাৰে।

অকল আহাৰেই নহয়, আন আন সম্পদৰ গুৰিতে এনেবোৰ কাৰণ থাকে। দক্ষিণ প্ৰশান্ত মহাসাগৰীয় দ্বীপপুঞ্জত বাস কৰা

আদিবাসীৰ বাবে গুটীয়া নাও বিশেষ প্ৰয়োজনীয়। নাওখন কিমান ডাঙৰ অৰ্থাৎ কিমান মানুহ বা বস্তু কঢ়িয়াব পাৰে অথবা সেইখন নাৱেৰে কিমান মাছ ধৰিব পাৰি অকল তাৰ দ্বাৰাই নাও-খনৰ মাজেৰে কাৰিকৰী দক্ষতাৰ প্ৰকাশ কিভাবে হৈছে অৰ্থাৎ খোদাই-কৰ্ম্ম সাজ-সজ্জাৰ মাজেৰে নাওখনৰ সৌন্দৰ্য্য কিমানদূৰ বৃদ্ধি পাইছে; অথবা আগতে বহুবাৰ সমুদ্ৰ যাত্ৰা কৰি নাওখন ইমানদিনে কোনো ঐতিহ্যৰ অধিকাৰী হৈছেনে নাই; সেই নাওখনে সমুদ্ৰ-যাত্ৰাৰ মাজেৰে দেৱতাৰ আশীৰ্ব্বাদৰ অধিকাৰী হৈছেনে নাই সেইটো বিচাৰ্য্য বিষয়। এইবোৰৰ লগত সাধাৰণ অৰ্থনীতিৰ নিশ্চয় কোনো সম্বন্ধ নাই। তেনেকৈয়ে গাই এজনীয়ে কিমান গাখীৰ দিয়ে, গাইজনী কাটিলে কিমান মঙহ ওলাব, ছালখন কি কি কামত লাগিব, শিংযোৰাবে কি কৰিব পাৰি অথবা গাইজনী বেচিলে কিমান টকা পোৱা যাব, অকল তাৰদ্বাৰা গাইজনীৰ মূল্য নিৰ্দ্ধাৰণ কৰা নহয়। গৰুৱে বিবাহত, পূজা-পাতলত বিশেষ ভূমিকা গ্ৰহণ কৰে। গৰু সামাজিক প্ৰতিষ্ঠাৰ প্ৰতীক। গাইজনীৰ মূল্যাঙ্কণ কৰোঁতে এইবোৰো বিচাৰ কৰিব লাগিব। গাৱোসকলৰ ঘৰত ধাতুৰে নিৰ্ম্মিত গং দেখা যায়। এইবোৰ ভিব্বতীয় গঙৰ নিচিনা। টকাৰে বিচাৰ কৰিলে সেই ধাতুখিনিৰ মূল্য হয়তো বিশেষ একো নহয়; কিন্তু গং থকাটো চহকী মানুহৰ চিন। ৰাঙ্কু সমাজত মিথান থকাটো চহকী মানুহৰ চিন। মিথান আধা-বনৰীয়া আধা-পোহনীয়া জীৱ। সিহঁত বনত চৰি থাকে; প্ৰয়োজনৰ সময়ত মানুহে গৈ ধৰি আনে।

গতিকে ওপৰৰ আলোচনাৰ পৰা এইটো ওলাই পৰেনে যে আদিবাসীৰ অৰ্থনৈতিক জীৱন অকল পাৰ্থিব সম্পদৰ ওপৰতেই নিৰ্ভৰশীল নহয়, অপাৰ্থিব সম্পদেও ভূমিকা গ্ৰহণ কৰে। সমাজত নিজকে প্ৰতিষ্ঠা কৰা, নিজৰ মান-সন্মান প্ৰতিপত্তি বঢ়োৱাৰ হেঁপাহে মানুহক উদগণি দিয়ে সম্পদশালী হবলৈ, আহাৰ সঞ্চয়

কৰিবলৈ, গৰুৰ সংখ্যা বঢ়াবলৈ, গুটীয়া নাও সাজিবলৈ। কিন্তু ঠাই বিশেষে অকল সম্পদৰাজিৰ সঞ্চয়তেই প্ৰতিপত্তিৰ পৰিচয় পোৱা নাযায়; অকল তাৰ দ্বাৰা সামাজিক প্ৰতিষ্ঠা লাভ কৰিব নোৱাৰে। তাৰবাবে তেওঁলোকে বিভিন্ন ধৰণে সম্পদৰাজি ব্যয় কৰে। সামান্য কিছুৰ বিনিময়ত হয়তো ইচ্ছা কৰিয়েই নিজৰ বহুতো বস্তু দি নিজৰ মহত্ব প্ৰকাশ কৰি সমাজৰ চকুত মানী বুলি গণ্য হয়। অথবা পিতাকৰ অন্ত্যেষ্টি ক্ৰিয়াত বা ল'ৰা-ছোৱালীৰ বিয়াত প্ৰচুৰ পৰিমাণে সম্পদ খৰচ কৰি নিজৰ বদান্যতা জাহিৰ কৰি প্ৰতিপত্তি-শালী হয়। আমেৰিকাৰ কিছুমান ৰেড ইণ্ডিয়ানৰ মাজত নিজৰ সম্পদ দেখুৱাৰ এটা অভিনৱ পন্থা আছে। তেওঁলোকে পটলাচ বুলি এটা অনুষ্ঠান কৰে। সেই সময়ত প্ৰতিপক্ষক দেখুৱাই নিজৰ সম্পত্তি নষ্ট কৰি প্ৰমাণ কৰে তেওঁ কিমান সম্পদশালী। এইদৰে মানুহে কিমান সম্পদ যে নষ্ট কৰে ভাবিলে আচৰিত হব লাগে। কিন্তু তেওঁলোকৰ সমাজত নষ্ট কৰাৰো প্ৰয়োজন আছে। আন কথাত এইবোৰ সম্পদৰ অৰ্থনৈতিক ব্যৱহাৰ। সম্পদ কোনে কি ভাবে ব্যয় কৰিব সেইটো সমাজভেদে ভিন ভিন। এইবোৰেই প্ৰমাণ নকৰেনে অকল পাৰ্থিব সন্তুষ্টিয়েই আদিবাসীৰ অৰ্থনৈতিক জীৱনৰ লক্ষ্য নহয়?

অৰ্থনৈতিক জীৱনতো সমাজৰ প্ৰতি আনুগত্য থকা বাবেই মানুহে কোনো কাম কৰি উঠিয়েই তাৰ বিনিময়ত একো নিবিচাৰে। কিন্তু সমাজত মানুহৰ সম্বন্ধ, পৰস্পৰ পৰস্পৰৰ প্ৰতি দায়িত্ববোধ এনেকুৱা যে প্ৰত্যেকেই কাম কৰাৰ বিনিময়ত প্ৰত্যেকৰ পৰা কোনো এটা সময়ত উপকাৰ পায়। এইটো সমাজৰ এটা মূল নীতি। অৱশ্যে কাম কৰি তাৰ মূল্য পাবলৈ সদায়ে যে অনিৰ্দ্দিষ্ট কাললৈ বৈ থাকিব লাগে তেনে নহয়। ক্ষেত্ৰ বা সমাজ বিশেষে পৰিশ্ৰমৰ মূল্য সোনকালেই পোৱা হয়। কিন্তু তেনে ক্ষেত্ৰতো মৰাদৰি কৰি হাজিৰা ঠিক কৰা দেখা নাযায়। যিজনে কৰে, যিজনে

কৰায়, দুয়োজনেই মনে মনে ঠিক কৰে সেই কামৰ বিনিময়ত কিমান পোৱা উচিত। সেই অনুযায়ী কৰাওঁতাজনে উপযুক্ত সময়ত কিবা বস্তু দি বা নিজে খাটি দি ধাৰ সুজে। ঠিক একে বস্তুৰেই যে পৰিশোধ কৰিব লাগিব বা একে ধৰণৰেই যে কাম কৰি দিব লাগিব তাৰ কোনো মানে নাই। সন্তানৰ বিয়াত, পিতৃ-পুৰুষৰ অন্ত্যেষ্টি ক্ৰিয়াত, সামাজিক কোনো অনুষ্ঠানত বিভিন্ন ধৰণে সাহায্য কৰি পৰস্পৰে পৰস্পৰৰ প্ৰতি থকা দায়িত্ববোধৰ পৰিচয় দিয়ে।

উদাহৰণ স্বৰূপে অন্ত্যেষ্টি ক্ৰিয়াৰ কথাকেই লোৱা যাওক। এনে সময়ত পোৱা সাহায্য পৰিশোধ কৰোঁতে দিন লাগে। মৃতকৰ ওচৰ-সম্পৰ্কীয়সকলৰ অন্তৰ দুখেৰে ভাৰাক্ৰান্ত থাকে, তেওঁলোকে অশুচি হয়, সেই কাৰণে সেই সময়ত তেওঁলোকে নিজৰ ঘৰত ৰন্ধা-বঢ়া কৰিব নাপায়। সেইকেইদিন আন এঘৰ মানুহে শোকসন্তপ্ত পৰিয়ালবৰ্গৰ আহাৰৰ যোগান ধৰে। আকৌ যেতিয়া পাছৰ ঘৰত কাৰোবাৰ মৃত্যু হয়, তেতিয়া প্ৰথম ঘৰে খাদ্যবস্তুৰ যোগান ধৰে। এনেকৈ ইঘৰে সিঘৰৰ ঋণ পৰিশোধ কৰে। কোনো কোনো সমাজত যিঘৰে মৃতকৰ ঘৰত আহাৰ যোগায়, সেই ঘৰক মৃতকৰ ঘৰ শুচি হোৱাৰ পিছত কাঠৰ বাচন, বৰশীৰ কাঁটা আদি বস্তু দি ঋণ পৰিশোধ কৰে। এই উদাহৰণটোৰ পৰা দুটা কথা ওলাই পৰে। প্ৰথম, আহাৰ খোৱা আৰু প্ৰস্তুত কৰাৰ লগত পৰিয়ালৰ মৰম-চেনেহ, সহানুভূতি, দুখ, অশুচি আদিৰ সম্বন্ধ আছে। দ্বিতীয়, পৰস্পৰৰ মাজত আহাৰ বা সম্পত্তিৰ আদান-প্ৰদান কৰাৰ সামাজিক ৰীতি বা দায়িত্ববোধ আছে। এই পাৰস্পৰিক নিৰ্ভৰশীলতাৰ মাজেৰে মৰম-চেনেহ, সহায়-সহানুভূতি আৰু সম্প্ৰীতিয়েই প্ৰকাশ পায়।

আদিবাসীৰ অৰ্থনৈতিক পদ্ধতিৰ এটা মন কৰিবলগীয়া বিষয় হল তেওঁলোকৰ মাজত বিশেষজ্ঞৰ অভাৱ। কোনো ব্যক্তি বা দলেই বিশেষ এটা উদ্যোগ বা কৌশল শিকি সেই বিষয়ত

স্থায়ীভাবে বিশেষজ্ঞৰ স্থান অধিকাৰ নকৰে। অৰ্থাৎ আমাৰ সমাজত সোণাৰী, কমাৰ, কুমাৰ, বাঢ়ৈ, ধোবা, নাপিত আদি বিভিন্ন বিষয়ত পটু দল থকাৰ দৰে তেওঁলোকৰ মাজত কোনো কাৰিকৰী বিশেষজ্ঞ নাই। আদিবাসী সমাজৰ ই এটা বৈশিষ্ট্য। অৱশ্যে কোনো কোনো সমাজত কোনো বিশেষ পৰিয়ালৰ লোকে বিশেষ এবিধ কাম কৰে। কিন্তু সেইটোৱেই সেই পৰিয়ালৰ একমাত্ৰ উপজীৱিকা নহয়। আফ্ৰিকাৰ কিছুমান আদিবাসীৰ মাজত কোনো কোনো পৰিয়ালে কমাৰৰ কাম কৰে। কিন্তু তাৰ লগতে আন উপজীৱিকাও থাকে, যিটো আন সকলোৰে উপজীৱিকা। খাচিয়া-সকলৰ মাজতো কমাৰৰ কাম কৰা লোক আছে। কিন্তু তেওঁলোক আমাৰ সমাজৰ নিচিনা কমাৰ নহয়। ৰাঙ্কু গাঁৱৰ প্ৰত্যেকজন মানুহেই প্ৰত্যেকটো কাম জানে। কাঠৰ কাম, বাঁহৰ কাম সকলোৱে নিজেই কৰে। তেওঁলোকৰ মাজত বিশেষজ্ঞ নাই। ওচেনীয়াৰ দ্বীপবোৰত কাম কৰা আদিবাসীবোৰ সাধাৰণতে কৃষক আৰু মাছমৰীয়া। লগতে তেওঁলোকে কাঠৰ কাম আদি সকলো প্ৰকাৰৰ কাম জানে। সেইবোৰ কাম সেই সমাজত সকলোৱেই সাধাৰণভাবে জানে। তাৰ দ্বাৰা এইটোকে নুবুজায় যে তেওঁলোকৰ মাজত শ্ৰমবিভাগ নাই। তেনে বিভাগ আছে। বিশেষকৈ পুৰুষ আৰু নাৰীৰ কাম একে নহয়। কিন্তু সেইবুলি অকল সেই বিশেষ দক্ষতা বা কৌশলৰ প্ৰয়োগৰ দ্বাৰা তেওঁলোকে জীৱিকা আৰ্জ্জন কৰিব নোৱাৰে। ইয়াৰ দলত কোনো মানুহেই বছৰৰ কোনো সময়তে নিবনুৱা হৈ থাকিব নালাগে অথবা কোনো সময়তে দক্ষ বনুৱাৰ দ্বাৰা সমাজ ভৰি পৰি অৰ্থনৈতিক জীৱনত ব্যাঘাট নঘটায়।

সমবায় ভিত্তিত কাম কৰাটো আদিবাসী অৰ্থনৈতিক জীৱনৰ আন এটা বৈশিষ্ট্য। সমূহীয়াভাবে কাম কৰিবলৈ পোৱা প্ৰেৰণাৰ উৎস কিন্তু বেলেগ—আমাৰ সমাজত থকা কাৰণবোৰ নহয়। ঔদ্যোগিক সমাজত চাকৰিয়াল আৰু চাকৰি দিওঁতাৰ মাজত

বাধ্যবাধকতা থাকে। দৰমহা হেৰোৱাৰ ভয়, কাম যোৱাৰ আশঙ্কা আদিয়ে কৰ্ম্মীসকলক কামত ব্যস্ত ৰাখে। কিন্তু আদিবাসী সমাজত যৌথকৰ্ম্মৰ গুৰিতে থাকে সামাজিক দায়িত্ববোধ, পৰস্পৰৰ প্ৰতি থকা আনুগত্য বা নিৰ্ভৰশীলতা। উদ্যোগ প্ৰতিষ্ঠানবোৰত কৰ্ম্মীৰ মানসিক আৰু শাৰীৰিক অৱসাদ দূৰ কৰিবলৈ গান-বাজনা আদিৰ ব্যৱস্থা কৰা হয়। তাৰ মাজেৰে কৰ্ম্মীয়ে শৰীৰ মন সতেজ কৰি পুনৰায় পূৰ্ণোদ্যমে কামত যোগ দিয়ে। ইয়াৰ সুফলৰ কথা বা প্ৰয়োজনীয়তাৰ কথা আদিবাসীসকলেও জানে। সেইকাৰণে কাঠ আদি কিবা গধুৰ বস্তু দাঙোতে বা টানোতে একে সুৰতে প্ৰত্যেকজন কৰ্ম্মীয়ে চিঞৰি বা গান গাই শৰীৰ মন সতেজ আৰু পাতল ৰাখে, লগতে গধুৰ কামো কৰে। মুখেৰে কৰা সেই ধ্বনিৰ জৰিয়তে কামত আগভাগ লওঁতাজনে উৎসাহ দিয়াৰ লগতে কাম কৰিবলৈ নিৰ্দ্দেশো দিয়ে। একে কাৰণতেই নাৱৰীয়াই বঠাৰ চেৱে চেৱে গান গায়। গানৰ মাজেৰে তেওঁলোকে মানসিক আৰু শাৰীৰিক অৱসাদ দূৰ কৰে আৰু একঘেয়ামীৰ পৰা কিছু সময়ৰ বাবে হলেও পৰিত্ৰাণ পায়; লগতে পুনৰ কাম কৰিবলৈ শক্তি আহৰণ কৰে।

আদিবাসী সমাজত ধৰ্ম্মীয় ক্ৰিয়াকাণ্ড আৰু কাৰিকৰী কাৰ্য্য-কলাপৰ মাজত এক নিগূঢ় সম্বন্ধ আছে। এনেয়ে চাবলৈ গলে দুয়োটাৰে মাজত থকা পাৰ্থক্যবোৰ স্পষ্ট হোৱা উচিত। কিন্তু আদিবাসী সমাজত এই দুটা এনে ওতঃপ্ৰোতভাবে জড়িত যে কোনটোৰ বাবে মাটিৰ উৰ্ব্বৰতা বাঢ়ি অধিক শস্য পোৱা হয় তাক নিৰ্ণয় কৰা কঠিন হৈ পৰে। অদৃষ্টৰ কেৰতেই যে প্ৰাকৃতিক কাৰণতেই অধিক শস্য পোৱা গল, নে পূৰ্ব্বপুৰুষৰ আশীৰ্ব্বাদ পাইছে হ'ল, নে মানুহৰ কৰ্ম্মচেষ্টাৰ বাবাহে সাফল্য লাভ কৰিলে সেইটো বিচাৰ কৰা টান হৈ পৰে। কিয়নো মানুহৰ কৰ্ম্মচেষ্টাৰ লগত বা কাৰিকৰী জ্ঞানৰ লগত ধৰ্ম্ম সম্বন্ধীয় আচাৰবোৰ সাঙোৰ খাই

থাকে। নৃতত্ত্ববিদসকলে কয় যে ধৰ্ম্মীয় আচাৰ-আচৰণে মানুহক একগোট কৰি তেওঁলোকৰ কৰ্ম্মশক্তি একমুখী কৰে ; মানুহৰ মনত আত্মবিশ্বাস আৰু প্ৰত্যয় আনে, তেওঁলোকে আস্থা আৰু সাহসেৰে অনাগত দিনৰ সম্মুখীন হয়। কিন্তু ধৰ্ম্মীয় ক্ৰিয়া-কলাপ অবিহনে সেইটো কৰিবলৈ তেওঁলোকে ভয় খাব। ইয়াৰ বিপৰীত ফলও দেখা যায়। বহুত সময়ত ধৰ্ম্মীয় আচাৰ-ৰীতি-নীতি আৰু বিশ্বাসে মানুহক কৰ্ম্মৰ পৰা বিৰত ৰাখে : মানুহৰ কাৰ্য্যদক্ষতা কমাই দিয়ে। তাৰ প্ৰতিক্ৰিয়া হয় অৰ্থনৈতিক জীৱনত। তেওঁলোকৰ মন সংস্কাৰপূৰ্ণ বাবে নতুন পদ্ধতি বা আহিলা গ্ৰহণ কৰিবলৈ তেওঁলোক প্ৰস্তুত নহয়। অথচ সেইবোৰ গ্ৰহণ কৰা হলে জীৱনৰ মানৰ উন্নতি হলহেঁতেন। ক্ৰিয়াকাণ্ডত ব্যস্ত থাকি তেওঁলোকে সময় অপব্যয় কৰে। সেই সময়খিনিত কাম কৰা হলে তেওঁলোকে বহুত বেছি সুফল পালেহেঁতেন। কিন্তু তথাপিও স্বীকাৰ কৰিবই লাগিব যে মানুহৰ কাৰ্য্যদক্ষতা অব্যাহত ৰাখি উৎপাদন ঠিক ৰাখিবলৈ আদিবাসীৰ সমাজত ধৰ্ম্মীয় ক্ৰিয়াকাণ্ডৰ এক বিশেষ ভূমিকা আছে, যাৰ অবিহনত সমাজত প্ৰতিক্ৰিয়াৰ সৃষ্টি হব পাৰে। সময়ৰ অপব্যয়ত বেছি গুৰুত্ব নিদিয়াই ভাল। কিয়নো সময়ৰ প্ৰতি তেওঁলোকৰ মনোভাবৰ কথা আমি আগতেই পাই আহিছো। নিউজীলেণ্ডৰ মাৱৰীসকলে ইউৰোপীয় সভ্যতাৰ প্ৰভাৱত পৰি কৃষি-কৰ্ম্মৰ লগত জড়িত থকা মেজিক-ধৰ্ম্মীয় আচাৰবোৰ বাদ দিয়াৰ ফলত তেওঁলোকৰ কাৰ্য্যদক্ষতা কমি যোৱা বুলি কোনো কোনোৱে ভাবে।

এইখিনিতে ৰাঙ্কু সমাজত ঘটা এনে এটা ঘটনাৰ উল্লেখ অপ্ৰাসঙ্গিক নহব যেন লাগে। ৰাঙ্কুসকল সো সিদিনালৈকে নৰমুণ্ড চিকাৰী আছিল। আজি কুৰি বছৰ আগলৈকেও তেওঁলোকে অবাধে নৰমুণ্ড চিকাৰ কৰিছিল। এতিয়া নৰমুণ্ড চিকাৰ বন্ধ কৰা হৈছে। নৰমুণ্ড চিকাৰৰ অভিযানৰ লগত অৰ্থনৈতিক জীৱনবো

সম্বন্ধ আছে। অভিযানত সাফল্যমণ্ডিত হৈ তেওঁলোকে বিশ্বাস কৰিছিল যে খেতি-বাতি ভাল হব, অধিক শস্য পোৱা যাব। আৰু তেওঁলোকৰ মতে সেইটো হৈছিলো। অভিযানৰ সাফল্যৰ লগত জড়িত বিশ্বাস আৰু দীঘলীয়া আচাৰ, ৰীতি-নীতিবোৰৰ বাবেই, নে, সাফল্যৰ আনন্দই তেওঁলোকক উৎসাহ-উদ্দীপনা দি কাৰ্য্যদক্ষতা বঢ়োৱাৰ বাবেই, অধিক শস্য উৎপাদিত হৈছিল সেইটো বিতৰ্কৰ বিষয়। বৰ্ত্তমান ৰাঙ্কুসকলৰ মতে শস্যৰ উৎপাদন কমি আহিছে আৰু ইয়াৰ কাৰণ হৈছে নৰমুণ্ড চিকাৰ বন্ধ কৰাটো। সেইকাৰণে তেওঁলোকে আজি কেইবছৰমানৰ পৰা নৰমুণ্ড চিকাৰৰ ভাওনা কৰিবলৈ লৈছে অৰ্থাৎ আগতে নৰমুণ্ড চিকাৰৰ অভিযানত ওলাই যোৱাৰ দৰে ডেকাদল অভিযানলৈ যায়। কিন্তু মানুহৰ মূৰ কটাৰ পৰিবৰ্ত্তে কলগছকেই কাটি গাঁৱলৈ লৈ আহে। কলগছৰ মূৰ-টোকেই মানুহৰ মূৰ বুলি ধৰি ধৰ্ম্মীয় ক্ৰিয়াকাণ্ডৰ আচৰণ কৰে। তেওঁলোকৰ বিশ্বাস, ইয়াৰ দ্বাৰা আগৰ দৰে কৰ্ম্মপ্ৰেৰণা নাপালেও অৱস্থাৰ বহুতখিনি উন্নতি হৈছে।

অৰ্থনীতিত মূলধন বুলিলে যি বুজা হয়, সেই অৰ্থত মূলধন বুলি আদিবাসী সমাজত একো বস্তু নাই। অৱশ্যে তেওঁলোকে উৎপাদন বঢ়াবলৈ প্ৰচেষ্টা চলায়, কোনো বিশেষ উদ্দেশ্যে সম্পত্তি গোটোৱাও দেখা যায়। যেনে, নাও এখন সাজিবলৈ লোৱাৰ আগতে টিকোপীয়া একজনে বেছি মাটিত খেতি কৰে, ঘৰৰ তিৰোতা-সকলক নিৰ্দ্দেশ দিয়ে বকল বস্ত্ৰ সংগ্ৰহ কৰিবলৈ আৰু প্ৰয়োজনতকৈ বেছি মাটি যোগাৰ কৰিবলৈ। কিন্তু যদিও তেওঁ এটা বিশেষ উদ্দেশ্য লৈ সেইবোৰ বস্তু সংগ্ৰহ কৰিছিল, হঠাতে তেওঁ মন পৰিৱৰ্ত্তন কৰি সেইবোৰ আইন কামত লগোৱাও দেখা যায়। হয়তো কোনোবা মানুহ মৰিল, লগে লগে অন্ত্যেষ্টি ক্ৰিয়াৰ আয়োজনৰ বাবে গোটেই-খিনি খৰচ কৰি পেলালে। অৰ্থাৎ তেওঁলোকে সঞ্চয় কৰি বিশেষ উদ্দেশ্যে মূলধনৰূপে কামত লগোৱাৰ কথা নাভাবে। সম্পত্তি কামত

লগাই তাৰপৰা কিমান লাভ পাব ইত্যাদি কথা তেওঁলোকে বৰ বেছি ভাবে যেন নেলাগে। অতি সহজেই তেওঁলোকে নানা বস্তু-বাহানি দি সহায় কৰে—তাৰ গুৰিতে সামাজিক দায়িত্ববোধ বা সম্বন্ধীয় মানুহৰ প্ৰতি কৰ্ত্তব্যবোধ। অৱশ্যে এনেকৈ দিয়া বস্তু তেওঁলোকে প্ৰকাৰান্তে ঘূৰাই পায়।

মুদ্ৰাৰ ব্যৱহাৰ প্ৰচলিত নোহোৱালৈকে তেওঁলোকে বিনিময় প্ৰথাৰেই বস্তুৰ আদান-প্ৰদান কৰিছিল। বিনিময় প্ৰথাটো দেখাত বৰ সহজ যেন লাগিলেও প্ৰকৃততে কিন্তু তেনে নহয়। নানান জটিল সামাজিক, মনস্তাত্ত্বিক ভাৱধাৰাৰে এই প্ৰথা পুষ্ট। যিহেতু কোনো নিৰ্দ্দিষ্ট মুদ্ৰা নাই, গতিকে বিনিময়-প্ৰথা বুলিলেই দৰাদৰি, হাই-কাজিয়া আদিৰ কথা মনলৈ আহে। কিন্তু প্ৰকৃততে সেইটো নহয়। বহু সমাজত দৰাদৰি বুলি কোনো কথা নাই। পুৰণি কালৰ পৰাই চলি অহা ৰীতি অনুযায়ী কি বস্তুৰ বিনিময়ত কি আৰু কিমান পোৱা যায় সেইটো প্ৰায় নিৰ্দ্ধাৰিত হৈ আছে। নিউগিনিৰ দক্ষিণ-পূব অঞ্চলত বাস কৰা আদিবাসী লোকৰ মাজত তেওঁলোকৰ দস্তুৰ অনুযায়ী বাজুবন্ধ আৰু হাৰৰ বিনিময় হব পাৰে। দুয়োটা বস্তুৱেই শামুকৰ খোলাৰ পৰা তৈয়াৰী। মাছৰ পৰিবৰ্ত্তে শাক-পাচলি পাব পাৰে। কোনোৱে যদি মণিহাৰৰ বিনিময়ত মাছ বিচাৰে, তেওঁ নিৰাশ হব। খোৱাবস্তু খোৱাবস্তুৰ বিনিময়তহে পাব পাৰি; অন্য বস্তুৰ লগত অদল-বদল কৰিব নোৱাৰি।

কোনো সমাজত আকৌ উপহাৰ বিনিময়ৰ ছলেৰে ইজনে সিজনৰ পৰা প্ৰয়োজনীয় বস্তু পায়। উপহাৰ বিনিময়ত মন কৰিবলগীয়া কথা এয়ে যে দ্বিতীয়জনে প্ৰথমজনক উপহাৰ দিওঁতে সদায়ে প্ৰথম জনতকৈ বেছি দিয়ে। নহলে সমাজত মান নথয়।

দৰাদৰি যে একেবাৰে নাই তেনে নহয়। আফ্ৰিকাৰ পিগমী আৰু মাচাই বুলি দুবিধ মানুহৰ মাজত প্ৰচলিত বিনিময়-প্ৰথা বৰ অভিনৱ। পিগমীয়ে মাংস, মৌজোল আদি দি মাচাইৰ পৰা কাঁড়ৰ

জোং লয়। নিৰ্দ্দিষ্ট ঠাইত দুদল মানুহ গোট খায়। কিন্তু ইদলে সিদলৰ আঁতৰত অদৃশ্য হৈ থাকে। নিৰ্দ্দিষ্ট স্থানত পিগমীয়ে মাংস আদি থৈ জোপৰ আঁৰত লুকাই থাকে। তাৰ পিছত মাচাইজন আহি তাৰ ওচৰত কাঁড়ৰ জোং থৈ নিজৰ ঠাইলৈ ঘূৰি যায়। পিগমী আকৌ ওলাই আহে, চায় তেওঁ দিয়া মাংসৰ উপযুক্ত বস্তু পাইছেনে নাই। সেইখিনি যথেষ্ট বুলি ভাবিলে কাঁড়ৰ জোং লৈ ঘূৰি যায়। অন্যথা তেওঁ পুনৰায় গৈ জোপোহাত সোমায়। এইদৰে দুদল মানুহৰ মাজত দৰাদৰি চলে, বস্তুৰ আদান-প্ৰদান চলে; কিন্তু কোনেও কাকো নাজানে। ইয়াৰ কাৰণ হল পিগমীয়ে বাহিৰা মানুহৰ সংস্পৰ্শলৈ আহিব নোখোজে। এইখিনিতে উল্লেখ কৰি থোৱা ভাল যে দৰাদৰি চলে দুবিধ মানুহ সংশ্লিষ্ট হলেহে। নিজৰ ভিতৰতে সাধাৰণতে দৰাদৰি নচলে। কোনো বস্তুৰ বিনিময়ত ঠিক সেই অনুপাতে বস্তু পালেনে নাই, সেইটো বিচাৰ কৰাতকৈ বেছি প্ৰয়োজনীয় হৈছে সামাজিক দায়িত্ববোধ আৰু সন্মান। আজিকালিৰ মুদ্ৰা অৰ্থনীতি আৰু আদিম অৰ্থনীতিৰ পাৰ্থক্য আছে।

আমাৰ অৰ্থনীতিত মুদ্ৰাৰ স্থান আৰু মূল্য সাৰ্ব্বজনীনভাবে অনুমোদিত। মুদ্ৰাৰ মাধ্যমেৰে যি কোনো বস্তুৰেই বেচা-কিনা কৰিব পাৰি। মুদ্ৰাৰ দ্বাৰাই সকলো বস্তুৰেই লাভ বা মূল্য নিৰ্দ্ধাৰণ কৰি দিয়া হৈছে। মুদ্ৰাৰ মাজেৰেই অৰ্থনীতিৰ বিস্তাৰ আৰু অৰ্থ-নীতিৰ প্ৰয়োগৰ কথা জনা যায়। মুদ্ৰাৰ মূল্যাঙ্কণৰ জৰীয়তেই এখন সমাজৰ ভিতৰত আৰু বহুতো সমাজৰ মাজত অৰ্থনৈতিক ধাৰা আৰু ভাৰসাম্য ৰক্ষা কৰা হয়। মুদ্ৰাৰ অভাৱত আদিবাসী সমাজ-বোৰত অৰ্থনীতিৰ ভাৰসাম্য ৰক্ষা বা অৰ্থনৈতিক পদ্ধতি প্ৰচলিত থকাৰ কথা ভাবিবলৈ টান লাগে যদিও তেওঁলোকৰ সমাজতো অৰ্থনৈতিক ধাৰা প্ৰবাহিত হৈ আছিছে। তেওঁলোকৰ সমাজতো শ্ৰমক স্বীকাৰ কৰা হয়, তাৰ মূল্যও দিয়া হয় আৰু ইয়াৰ দ্বাৰাই মানুহক উৎপাদন পদ্ধতিত যুক্ত কৰা হয়। মূল্যাঙ্কণ

কৰা হয় সামাজিক দস্তুৰৰ মাপকাঠিৰে আৰু তাৰ প্ৰকাশ সামাজিক আচাৰ অনুষ্ঠানৰ মাজেৰে হয়।

চিকাৰত পোৱা জন্তু এটাৰ মঙহ কেনেদৰে মানুহৰ মাজত বিতৰণ কৰা হয়, তাকেই চোৱা যাওক। মৃত জন্তুটোৰ ওপৰত বলিষ্ঠ সাহসীজনে জপিয়াই পৰি উৎকৃষ্ট মাংসখিনি লৈ নাযায়। মাংস বিতৰণ কৰা হয় সমাজৰ অনুমোদিত নীতি অনুসৰি। যুটীয়া প্ৰচেষ্টাত জন্তু চিকাৰ কৰিলে চিকাৰত অংশ গ্ৰহণ কৰা প্ৰত্যেকজন চিকাৰীয়েই ভাগ পোৱা উচিত। এইটো কথা সকলোৰেই মানিব আৰু সেই অনুযায়ী ভাগ পায়ো। কিন্তু অষ্ট্ৰেলিয়াৰ এখন সমাজত চিকাৰীৰ বাহিৰেও আনেও নিজৰ প্ৰাপ্য অংশ পাব লাগিব। চিকাৰীৰ লগত থকা সম্বন্ধ অনুযায়ী চিকাৰ ভাগ কৰা হয়। প্ৰাচীন কালত এজন চিকাৰীয়ে কেঙ্গেৰু এটা চিকাৰ কৰি আনি বাওঁ পাছঠেংখন ভায়েকক দিছিল। খুৰাকৰ পুতেকে পাইছিল নেজডাল। শহুৰেকৰ প্ৰাপ্য অংশ আছিল পিঠিভাগ আৰু চৰ্ব্বিখিনি। শাহুৱেকে পাইছিল বুকুৰ অংশ। আগঠেং পাইছিল পেহীয়েকে, মূৰটো ঘৈণীয়েকৰ ভাগ। আৰু নিজে পাইছিল নাড়ীভূৰি আৰু তেজখিনি। সমাজভেদে আত্মীয় সকলে বিভিন্ন অংশ পাব পাৰে। যদিও চিকাৰীজনেই সকলোতকৈ কম আৰু নিকৃষ্টখিনি পায়, তথাপি তাৰবাবে তেওঁ কেতিয়াও আক্ষেপ বা ওজৰ আপত্তি নকৰে। কিয়নো আইনে চিকাৰ কৰিলে তেৱোঁ এইদৰে উৎকৃষ্ট মাংসখিনি পাব। গতিকে এনে ধৰণৰ আদান-প্ৰদানৰ জৰিয়তে সময়ত গৈ প্ৰত্যেকে সমান ভাগ পায়। কাৰো লাভ বা কাৰো ক্ষতিও নহয়। এনে ব্যৱস্থাৰ দ্বাৰা আত্মীয়তাৰ বান্ধ শক্তিশালী হয়। ইয়াৰ পৰা দেখা গল মানুহ এজনে শ্ৰমৰ স্বীকৃতি পায়, পুৰস্কাৰ পায়, কিন্তু স্বীকৃতি নিজৰ পৰিয়ালৰ মাজতে সীমাবদ্ধ নেথাকে। তেওঁৰ আত্মীয়-স্বজনেও তাৰ স্বীকৃতি দিয়ে। অৰ্থনৈতিক ভিত্তিতে সামাজিক

স্থান, বিশেষ অধিকাৰ নিৰ্দ্ধাৰিত কৰাৰ লগতে আত্মীয়তাৰ বান্ধো কটকটীয়া কৰা হয়। মানুহৰ মাজত পাৰস্পৰিক নিৰ্ভৰশীলতা, দায়িত্ববোধ, কৰ্ত্তব্যবোধ বাঢ়ে।

ভোজৰ সময়ত কটা জন্তুৰ মাংস বিতৰণৰ ক্ষেত্ৰতো এই একে নীতিয়েই প্ৰযোজ্য। খাদ্য-দ্ৰব্যৰ অধিকাৰীজনে অথবা খাদ্য-দ্ৰব্য উৎপাদন কৰোঁতাজনে উৎকৃষ্ট ভাগ আনৰ মাজত বিতৰণ কৰি নিজৰ কাৰণে অতি সাধাৰণ ভাগহে ৰাখে।

ব্ৰহ্মদেশৰ ঝাহাউ চীন সমাজত ভোজ উপলক্ষে মিথান কাটি মাংসবোৰ কিদৰে ভাগে ভাগে সজায় তাৰ এটা সুন্দৰ বৰ্ণনা দিছে ষ্টিভেনচনে। জন্তুটো যেনি তেনি টুকুৰা-টুকুৰ কৰি কাটি নেপেলায়। হাড়ৰ সন্ধিস্থল সমূহৰ বেলেগ বেলেগ নাম আছে। সন্ধিস্থল অনুসৰি জন্তুটো টুকুৰা-টুকুৰ কৰে। কোন ভাগ মানুহে কোনটো সন্ধিস্থলযুক্ত মঙহ পাব সেইটো সমাজৰ ৰীতিয়ে নিৰ্দ্ধাৰণ কৰি দিয়ে। প্ৰত্যেকে প্ৰত্যেকৰ প্ৰাপ্য ভাগ পাবই লাগিব; ইয়াৰ অন্যথা হব নোৱাৰে। বিশ্লেষণ কৰিলে দেখা যায় মঙহৰ ভাগ পোৱা মানুহবোৰ তিনিটা ভাগত বিভক্ত। এভাগ, সম্বন্ধীয় মানুহবোৰ। দ্বিতীয় ভাগত পৰে যিসকল লোকে ভোজ দিওঁতাৰ কাম কৰি দিয়ে। আগতে এনে ভোজ দিয়া মানুহেৰে গঠিত হয় তৃতীয় ভাগটো।

ভোজৰ সময়ত জন্তুৰ এনে আনুষ্ঠানিক বিতৰণৰ উদাহৰণ আন বহুতো সমাজত দেখা যায়। গাহৰি, হাঙৰ আদিকো এনেকৈ ভাগ কৰে চামোৱা দ্বীপৰ অধিবাসীসকলে। গাহৰিক দহটুকুৰা কৰি প্ৰত্যেকৰে নাম দিয়ে। বিশেষ সামাজিক পদমৰ্য্যাদা অনুসৰি এই ভাগবোৰ বিতৰণ কৰা হয়। এই আনুষ্ঠানিক বিতৰণত ইমান গুৰুত্ব দিয়া হয় যে মাংস কেনেকুৱা, খাই কেনে পালে সেইবোৰ গৌণ হৈ পৰে। গাহৰিটো বন্ধাৰ পিছত ঠিকমতে ভাগবোৰ চিনি উলিওৱা টান হৈ পৰে। তেনে অৱস্থাটো প্ৰতিটো মানুহে নিজৰ

নিজৰ প্ৰাপ্য ভাগ নাপালে গৃহস্বামী সমালোচনাৰ সম্মুখীন হব লগীয়াত পৰে। সেইকাৰণে বহুত সময়ত কেঁচা মঙহকে ভাগ কৰি দিয়া হয়। বন্ধা মঙহ পাতত দিয়াৰ লগে লগেই চামোৱাই নাখায়। প্ৰথমে চাই লয়, নিজৰ ভাগটো পাতত পৰিছেনে নাই।

সামূহিক ভোজ আদিবাসী জীৱনত এটা উল্লেখযোগ্য অঙ্গ। ভোজৰ মাজেৰে আনে তেওঁৰ বাবে কৰা শ্ৰমৰ মূল্য দিয়া হয়। বিবাহ, দীক্ষা-গ্ৰহণ আদি ক্ৰিয়াই সমাজৰ অনুমোদন পাবলৈও ভোজৰ আয়োজনৰ প্ৰয়োজন। বিৰোধী দলৰ মাজত সদ্ভাৱৰ প্ৰতিষ্ঠাৰ চিন স্বৰূপেও ভোজৰ আয়োজন কৰা হয়। মানুহে সামাজিক প্ৰতিষ্ঠা লাভ কৰিবলৈও সমাজক ভোজ খুৱায়। মেলা-নেচীয়াৰ কোনো কোনো ঠাইত ৰাইজক ভোজেৰে আপ্যায়িত কৰি সমাজত বিশেষ স্থান অধিকাৰ কৰাৰ প্ৰথা প্ৰচলিত আছে। কেইবা ধৰণৰো ভোজৰ ব্যৱস্থা আছে। ৰাইজক এটা এটাকৈ ভোজ খুৱাই মানুহে নিজৰ মান-সম্মান প্ৰতিষ্ঠা বঢ়াই নিব পাৰে। পলিনেচীয়াৰ টিকোপীয়া চৰ্দ্দাৰজনে কেইবা বছৰৰ মূৰে মূৰে ৰাইজক ভোজ খুৱাই নিজৰ ৰাজত্বকালৰ দৈৰ্ঘ্য ঘোষণা কৰে। নগাসকলৰ মাজত এনে ভোজৰ ব্যৱস্থা বিখ্যাত। ভোজ খুৱাওঁতা জনে সমাজত বিশেষ স্থান পায়; নিজৰ থকা ঘৰৰ শোভা বিশেষ ধৰণে বৰ্দ্ধিত কৰাৰ অধিকাৰী হয়। ৰাভুসকলৰ মাজতো এনে প্ৰথা প্ৰচলিত। তাত ৰাঙহামজনে এটা বিশেষ সময়ত ৰাইজৰ সকলোকে ভোজ-ভাত খুৱাই নিজৰ পদমৰ্য্যাদা অক্ষুণ্ণ ৰাখে। ৰাভু লৰাক দীক্ষা দি সমাজভুক্ত কৰাৰ সময়তো ঘৰৰ পৰা ভোজ দিব লাগে। ভোজত কটা মিথান, গাহৰিৰ সংখ্যা আৰু চাউলৰ পৰিমাণেৰে মানুহজনৰ সামাজিক প্ৰতিষ্ঠাৰ মূল্যাঙ্কণ হয়।

ৰাভুৰ ৰাঙহামৰ ঘৰ সজা কামত গাঁৱৰ প্ৰত্যেকে ভাগ লব লাগে। ভিন গাঁৱত থকা আত্মীয়সকলেও আহি অংশগ্ৰহণ কৰে। একাধিক পত্নীৰ বাসৰ উপযোগী, লগতে বিশেষ উপলক্ষে মেল বহিব পৰা আৰু

নৃত্য অনুষ্ঠিত হব পৰা ৰাঙহামৰ ঘৰটো যথেষ্ট ডাঙৰ। বহুদিনৰে পৰাই কাঠ আদি গোটাই ঘৰ সজাৰ প্ৰস্তুতি চলে। কিন্তু ঘৰটো সজা হয় দুই তিনি দিনতে। সেই সময়ত সকলোৱে লাগি-ভাগি দিয়ে। তাৰ বিনিময়ত ৰাঙহামে সকলোকে ভোজ-ভাতেৰে আপ্যায়িত কৰে। অইন সাধাৰণ মানুহৰ ঘৰ সাজোঁতেও নিমন্ত্ৰিত বাইজে হাতে কামে লাগি দি ভোজ-ভাত খায়।

কামৰূপত সাঙুৰি দিয়া বুলি এটা কথা আছে। এদিনাখন পথাৰত ধান কাটিবলৈ গাৱঁৰ মানুহক নিমন্ত্ৰণ কৰা হয়। সেইদিনা সকলোৱে লগ লাগি গোটেই দিনটো এঘৰ মানুহৰ ধান কাটে। মানুহবোৰৰ খোৱা-বোৱাৰ যোগাৰ ধৰে গিৰিহঁতে। ভোজ-ভাতো খুৱায়। ঘৰ সজা কামতো এনেদৰে মানুহে সহায় সহযোগিতা কৰা দেখা যায়। এনে সহযোগিতাৰ ভিত্তি অৰ্থনীতিৰ ওপৰত প্ৰতিষ্ঠিত।

আমি আন এটা কথা বিচাৰ কৰি চাওঁ। যি সমাজত মুদ্ৰাৰ প্ৰচলন নাই, সেই সমাজত যিবোৰ বস্তুৰ অভাব সেইবোৰ পায় কেনেকৈ? অৰ্থাৎ সকলো ঠাইতে সকলো সমাজতে সকলোবোৰ প্ৰয়োজনীয় সামগ্ৰী পোৱা নাযায়। এই অভাব তেওঁলোকে কেনেকৈ দূৰ কৰে? মুদ্ৰাৰ প্ৰচলন নাই বুলি যে মানুহে বস্তুৰ আদান-প্ৰদান কৰিব নোৱাৰিব সেইটো নহয়। বিভিন্নবিধ মানুহৰ মাজত বিনিময় প্ৰথাৰে বস্তুৰ আদান-প্ৰদান চলাৰ কথা উল্লেখ কৰি অহা হৈছে। পিগমী আৰু মাচাইৰ মাজত বস্তু বিনিময় কেনেকৈ হয় আমি দেখি আহিছো। আৰু কেইটামান উদাহৰণ লৈ চোৱা যাওক কিদৰে মানুহৰ মাজত বেপাৰ-বণিজ চলিছিল।

পাপুৱাত মটু নামেৰে এটা আদিবাসীয়ে বাস কৰে। তেওঁলোকৰ মাইকীবোৰে মাটিৰ পাত্ৰ গঢ়ে। দক্ষিণ-পূব বাণিজ্য-বতাহ বলিবলৈ আৰম্ভ কৰাৰ লগে লগে প্ৰতি বছৰে মটু পুৰুষে নাৱত মাটিৰ পাত্ৰ ভৰাই লৈ বণিজ বেহাবলৈ যায়। তেওঁলোকে প্ৰায় দুশ মাইল নিলগলৈ পৈ বেপাৰ কৰে। দুমাহৰ মূৰত উত্তৰ-পশ্চিম

মৌচুমী বতাহ শেষ হোৱাৰ আগে আগে ঘৰ পায়হি। ঘূৰি আহোঁতে নাও ভৰাই চাগু লৈ আহে। এনে সমুদ্ৰযাত্ৰা বৰ ভয়াবহ। প্ৰাণৰো সংশয় থাকে। সেইকাৰণে যাত্ৰাৰ আগে আগে নানান ধৰণৰ মেজিক-ধৰ্ম্মীয় আচাৰ পালন কৰে। নাবিকে যাত্ৰাৰ পথত, গৃহিণীসকলে ঘৰত নানান মেজিক-ধৰ্ম্মীয় নিযেধ মানি চলে। এইদৰে বণিজলৈ যোৱাক তেওঁলোকে 'জিৰি' বুলি কয়।

মেলানেচীয়াত ট্ৰোব্ৰিয়ান্দবাসীৰ মাজত 'কুলা' নামেৰে এটা বিখ্যাত প্ৰথা আছে। কুলা প্ৰথাৰে তেওঁলোকে দুই প্ৰকাৰে বস্তুৰ আদান-প্ৰদান কৰে। এবিধ হল ঘৰত ব্যৱহৃত প্ৰয়োজনীয় বস্তু, পাত্ৰ আৰু আনবিধ হল শামুকৰ ৰঙা ৰঙৰ খোলাৰ মণিহাৰ আৰু বগা ৰঙৰ খোলাৰ খাৰু বা বাজু। এইবোৰ অলঙ্কাৰ তেওঁলোকে কাচিৎহে পিন্ধে। প্ৰায় এশ মাইল পৰিধিৰ বৃত্তৰ পথেৰে ইখন গাঁৱৰ পৰা সিখন গাঁৱলৈ আদান-প্ৰদানৰ জৰিয়তে মণিহাৰ ঘূৰি ফুৰে। ঘড়ীৰ কাঁটা ঘূৰাৰ দিশেৰে মণিহাৰে পৰিভ্ৰমণ কৰে। খাৰু বা বাজুও এনেদৰে ইহাত-সিহাত হয়। ই কিন্তু ঘড়ীৰ কাটাৰ বিপৰীতে ঘূৰে। কুলাপ্ৰথা চালু ৰখাৰ উদ্দেশ্যে মানুহবোৰে নাও সাজি অভিযানত ওলায়। গোটেই কুলা প্ৰথাটোৱেই বৰ জটিল। ইমান জটিলতালৈ নগৈ আমি এইটো কথালৈ আঙুলিয়াব পাৰো যে যিবোৰ বস্তুৰ আদান-প্ৰদান হয় সেইবোৰৰ ব্যৱহাৰিক মূল্য বিশেষ একো নাই। দৈনন্দিন জীৱনত সেইবোৰ ব্যৱহাৰ কৰা নহয়। কি বস্তুৰ আদান-প্ৰদান হল তাতকৈ আদান-প্ৰদান প্ৰথাটোহে বেছি মূল্যবান, বেছি প্ৰয়োজনীয়। কিয়নো আদান-প্ৰদানৰ জৰিয়তে সেইবোৰ মানুহৰ মাজত সম্বন্ধ স্থাপন হয়। সেই সম্বন্ধৰ তাৎপৰ্য্য আদিবাসী জীৱনত যথেষ্ট। সেয়েহে নিয়মিত অভিযানৰ মাজেৰে তেওঁলোকে কুলাপ্ৰথা প্ৰচলিত ৰাখিছে।

কোনো কোনো ঠাইৰ প্ৰথা ইমান নিয়মীয়া নহয়। আদান-প্ৰদানৰ বাবে বিশেষভাৱে অভিযানলৈ নোলায়। সেইবোৰ সমাজত

দীক্ষাগ্ৰহণ, বিবাহ বা তেনে কোনো সামাজিক অনুষ্ঠানত গোট খাওঁতে মানুহৰ মাজত আদান-প্ৰদান চলে। উত্তৰ অষ্ট্ৰেলিয়াৰ আদিবাসীৰ মাজত 'মেৰবক' বুলি তেনে এটা প্ৰথা আছিল। লোৰ যাঠি, বুমেৰাং, শিলৰ কুঠাৰ, কটাৰী, শামুকৰ খোল আদি বিবিধ বস্তু মেৰবক প্ৰথাৰে বিবিধ আদিবাসীৰ মাজত আদান-প্ৰদান কৰা হয়। কোনো কোনো আদিবাসীয়ে হয়তো কিছুমান বস্তু কেতিয়াও ব্যৱহাৰ নকৰে। তথাপি সেইবোৰে তেওঁলোকৰ মাজেৰেই হাত সলায়। পিছলৈ মেৰবক প্ৰথাৰেই ইহাত সিহাত হোৱা বস্তুৰ ঠাই ললে ইউৰোপৰ পৰা অহা বিদেশী বস্তুৱে।

এইখিনিতে এটা কথা বিশেষভাবে উল্লেখযোগ্য যে কুলা বা মেৰবক প্ৰথাৰে বস্তুৰ আদান-প্ৰদান সকলো মানুহৰ মাজত অবাৰিত ভাবে নচলে। নিৰ্দ্ধাৰিত কিছুমান মানুহৰ দ্বাৰা গঠিত বেলেগ বেলেগ দল বা ভাগ আছে। সেই ভাগৰ মানুহৰ মাজতহে আদান-প্ৰদান চলে। গতিকে বস্তুবোৰে ভাগে ভাগে নিৰ্দ্ধাৰিত পথেৰে গতি কৰে। বস্তুবোৰৰ যিহেতু ব্যৱহাৰিক প্ৰয়োগ নাই গতিকে সেইবোৰৰ আনুষ্ঠানিক বা সামাজিক মূল্য থাকিব লাগিব। সামাজিক জীৱনত অবাধে সকলোৱে অংশীদাৰ হব নোৱাৰে। আদান-প্ৰদানত ভাগ লোৱা মানে সামাজিক, অৰ্থনৈতিক জীৱনৰ অংশীদাৰ হোৱা। অংশীদাৰৰ মাজত বৈবাহিক সম্বন্ধও স্থাপিত হয়; অথবা বৈবাহিক সম্বন্ধ স্থাপনৰ জৰিয়তেও অংশীদাৰ হয়।

কোনো কোনো আদিবাসী সমাজত বিবাহ উপলক্ষেও বিবাহত ভাগ লোৱা দুই দলৰ মাজত বস্তুৰ বিনিময় হয়। চামোৱাৰ বিয়াৰ সময়ত দৰাপক্ষই নাও, গাহৰি আৰু খোৱা বস্তু দিয়ে। তাৰ বিনিময়ত কন্যাপক্ষই দিয়ে পাটি। পদমৰ্য্যাদা সম্পন্ন মাৱৰীৰ বিয়াত দুই পক্ষৰ মাজত পৈত্ৰিক সম্পত্তিৰ আদান-প্ৰদান হয়। ইয়াৰ দ্বাৰা উভয় পুৰুষৰ মাজতো সম্বন্ধ স্থায়ী হৈ ৰয়। সদায়ে যে সামাজিক মূল্য থকা, ব্যৱহাৰত নহা বস্তুৰ লেনদেন হয় তেনে

নহয়। কোনো কোনো সময়ত এক পক্ষত নথকা বস্তু সিপক্ষই দি অভাব পূৰণ কৰে। বিয়াৰ সময়ত গা-ধন বা কন্যাপণ দিয়া প্ৰথাও এক প্ৰকাৰৰ বিনিময় প্ৰথা। আদিবাসী সমাজত ছোৱালীয়ে পৰিয়ালৰ অৰ্থনীতিত অৰিহণা যোগায়। তেনে এজনী ছোৱালীক ঘৰৰ পৰা উলিয়াই দিয়া মানে আৰ্থিক ক্ষতি। সেই ক্ষতি কিছুদূৰ পূৰণ কৰে গা-ধনে।

আদিবাসীৰ অৰ্থনীতিত মুদ্ৰাৰ স্থান নাছিল বুলি আমি আগতেই কৈ আহিছোঁ। তথাপি কিছুমান বস্তু কিছু পৰিমাণে মুদ্ৰাৰূপে ব্যৱহাৰ হোৱা দেখা যায়। সমাজভেদে বস্তুবোৰ ভিন ভিন, যেনে, আফ্ৰিকাৰ কড়ি, কোৰ আৰু যাঠিৰ আগ; নিকোবাৰ দ্বীপপুঞ্জৰ নাৰিকল; বোৰ্ণিওৰ মৌমম; ব্ৰহ্মদেশৰ কাঁচৰ পাত্ৰ; নিউগিনি, চোলোমন দ্বীপ আদিৰ গাহৰি আৰু শামুকৰ খোলা; ফিজিৰ তিমি মাছৰ দাঁত ইত্যাদি। কিন্তু এইবোৰক মুদ্ৰা বোলাটো কিমানদূৰ যুগুত হ'ব সেইটো বিচাৰ্য্য বিষয়। আদান-প্ৰদানত এইবোৰ বস্তুৱে ভাগ লয়। সেই কালৰ পৰা এবোৰক মুদ্ৰা কব পাৰি নেকি ? অৱশ্যে নিকোবাৰ দ্বীপপুঞ্জত নাৰিকল প্ৰায় মুদ্ৰাৰ দৰেই ব্যৱহৃত হয়। এসময়ত এক ডজন বেজী দি বাৰটা নাৰিকল পাব পাৰিছিল। এক ডজন দিয়াছলাইৰ বিনিময়ত চৌব্বিশটা নাৰিকল দিছিল। তদুপৰি যদিও সদায় নাৰিকলকে মুদ্ৰা ৰূপে দিয়া নহৈছিল, তথাপি বস্তুৰ মূল্যাঙ্কণ কৰিছিল নাৰিকলৰ মাধ্যমেৰে। যেনে, পয়ত্ৰিশ হেজাৰ নাৰিকল দিয়াৰ পৰিবৰ্ত্তে সেই অনুপাতে অইন বস্তু দিয়া হৈছিল। ভাৰতীয় মুদ্ৰাবো মূল্যাঙ্কণ কৰা হৈছিল নাৰিকলৰ হিচাপত। তেতিয়াৰ দুঅনা পইছা বোলটা নাৰিকলৰ সমান। আফ্ৰিকাৰ জনজাতিৰ মাজত এইদৰে কড়িৰ ব্যৱহাৰ আছিল। সেইকালৰ পৰা চালে আফ্ৰিকাৰ কড়ি আৰু নিকোবৰৰ নাৰিকল মুদ্ৰা যেন; কিন্তু আনহাতে তিমি মাছৰ দাঁত, শামুকৰ খোলাৰ অলঙ্কাৰ বা এইবোৰ সলনি কৰিব পৰা বস্তুহে। এইবোৰৰ

বিনিময়ত কিছুমান বস্তুহে পাব পাৰি। এইবোৰৰ কোনো নিৰ্দ্ধাৰিত মূল্য নাই। আনকি গাহৰিয়েও নাৰিকলৰ নিচিনা মুদ্ৰাৰ স্থান নাপায়। গাহৰি থকাটো বিত্তশালীৰ চিন। বহুত সময়ত গাহৰিৰ দাঁতৰ ওপৰত বেছি প্ৰাধান্য দিয়া হয়। দাঁত অনুসৰি গাহৰিৰ মূল্য বাঢ়ে, সামাজিক মূল্য বাঢ়ে। অৰ্থাৎ ভোজত কেনে দাঁত থকা গাহৰি মাৰিলে, তাৰ দ্বাৰা গৃহস্বামীৰ সামাজিক স্থান নিৰ্ণয় কৰা হয়। গাহৰিৰ সামাজিক আৰু অৰ্থনৈতিক মূল্য থাকিব, কিন্তু মুদ্ৰাৰূপে গাহৰিৰ স্থান নগণ্য। কিয়নো অৰ্থনৈতিক ক্ষেত্ৰত ইয়াৰ কোনো নিৰ্দ্ধাৰিত মূল্য নাই। গাহৰিৰে যিকোনো বস্তু কিনিব নোৱাৰি। সেইদৰে শামুকৰ খোলাও আদান প্ৰদানৰ মাধ্যম; বিত্তশালীৰ চিন। বহুতো কাহিনী সেইবোৰৰ লগত জড়িত হৈ থাকি তাৰ মূল্য বঢ়াব পাৰে। কিন্তু সেইবোৰ ঠিক মুদ্ৰা নহয়।

বৰ্ত্তমান ৰাঞ্ছু সমাজত লোণ, দিয়াছলাই আৰু চাহপাত বৰ সমাদৰৰ বস্তু। টকা দিও কণী পাবলৈ টান কিন্তু অকণমান লোণ, এটা দিয়াছলাই বা অকণমান চাহপাত দি অনায়াসে পাব পাৰি। কুকুৰা, পাছলি আদি এইবোৰ বস্তুৰে কিনিব পাৰি। কিন্তু তথাপি এইবোৰক মুদ্ৰা বুলি কব নোৱাৰি।

এইখিনিতে এটা প্ৰশ্ন উঠিব পাৰে। যি সমাজত প্ৰকৃত মুদ্ৰা নাই, সেই সমাজত বস্তুৰ মূল্য নিৰ্দ্ধাৰণ কৰা হয় কেনেকৈ? সেই সমাজত বস্তুৰ কোনো মূল্যই নাই নেকি? ইয়াৰ উত্তৰ বিচৰাৰ আগতে আমি জানিব লাগিব 'মূল্য' বুলিলে আমি কি বুজো। আমি জানো যে কোনো বস্তুৰ মানুহৰ লগত বা মানুহৰ প্ৰয়োজনৰ লগত যদি কোনো সম্বন্ধ নাই তেন্তে সেই বস্তুৰ প্ৰকৃত কোনো মূল্য নাই। আন কথাত কবলৈ গলে কোনো বস্তুৰ মূল্য আৰোপিত কৰে মানুহে। আমি যদি ভাবো 'দাম'টোৱেই বস্তুৰ মূল্য, তেনেহলে মুদ্ৰাৰ প্ৰচলন নথকা সমাজত বস্তুৰ মূল্য নিৰূপণ কৰা সম্ভৱ নহয়। আকৌ বস্তুটো কৰোঁতে কিমান খৰছ পৰিছে সেইটো বিচাৰ কৰি

যদি মূল্য আৰোপিত কৰিবলৈ যাওঁ তেতিয়াও আমি নিৰাশ হম ; কিয়নো আপেক্ষিক খৰছ সঠিক ভাবে উলিয়াব নোৱাৰি। শ্ৰমৰ মূল্যৰেও বস্তুৰ মূল্য নিৰূপণ কৰাত অসুবিধা, কিয়নো আদিবাসী সমাজত সময়ৰ প্ৰতি তেনে গুৰুত্ব আৰোপ কৰা নহয় বাবে বস্তুটো তৈয়াৰ কৰোঁতে কিমান সময় লাগিল অৰ্থাৎ শ্ৰম ব্যয় হল সেইটো জনা সহজ নহয়। তদুপৰি কৌশলী শ্ৰমিক আৰু সাধাৰণ শ্ৰমিকৰ মাজত কোনো বিশেষ পাৰ্থক্য নাই। খৰছটো নিৰূপণ কৰিব পাৰিলে তাৰ দ্বাৰা আদিবাসীৰ বস্তুৰ মূল্যাঙ্কণ কৰিব পৰা সহজসাধ্য নহয়। বেচা-কিনাৰ প্ৰচলন থকা আমাৰ সমাজত কোনো বস্তুৰ মূল্য বুলিলে, তাৰ বিনিময়ত কি পোৱা যাব পাৰে তালৈ মনত পেলাওঁ। এনেদৰে আদিবাসীৰ বস্তুৰ মূল্য পাব পাৰিনেকি, কিয়নো তেওঁলোকৰ মাজত বিনিময় প্ৰথা প্ৰচলিত। কিন্তু আমি দেখি আহিছোঁ, যিকোনো বস্তুৰ বিনিময়ত যিকোনো বস্তু পোৱা নাযায়, আপেক্ষিক মূল্য নিৰূপণ কৰিবলৈ কোনো মাধ্যম নাই। কোনোবাই তৰ্ক কৰি কব পাৰে—তাৰ মানে এয়ে নেকি আদিবাসী সমাজত বস্তুৰ অৰ্থনৈতিক মূল্য নাই। প্ৰত্যেক আদিবাসী সমাজতেই দৈনন্দিন জীৱনত ব্যৱহাৰ হোৱা বস্তুৰ পৰা আন বস্তুক বেলেগ চকুৰে চায়। সেই বস্তুবোৰক বিভিন্ন স্তৰত পেলোৱা হয়, সেইবোৰৰ দৰ বেলেগ বেলেগ হয়। কোনো আনুষ্ঠানিক ব্যৱহাৰত বা আদান-প্ৰদানৰ সময়তো সেইবোৰৰ ভিতৰতে তুলনা কৰা হয়। কোনোটোক বেছি পছন্দ কৰে, কোনোটোক কম কৰে। পলিনেচীয়াৰ আদি-বাসীয়ে এডোখৰ বকল বস্ত্ৰতকৈ গুটীয়া নাও এখন পালে বেছি ভাল পাব। আফ্ৰিকাৰ আদিবাসীয়ে ছাগলী এটাতকৈ গৰু এটাক বেছি পছন্দ কৰিব। গতিকে দেখা যায়, প্ৰয়োজন বা ব্যৱহাৰিক প্ৰয়োগ অনুসৰি বস্তুবোৰৰ মাজত তুলনা কৰা হয়। যদিও তুলনাৰ বাবে কোনো সুক্ষ্ম প্ৰচেষ্টা নাই, তথাপি তাৰ দ্বাৰাই বস্তুৰ ওপৰত মূল্য আৰোপিত কৰা হয় আৰু সেই মূল্য কৰলৈ গলে আপেক্ষিক।

---

# চতুৰ্থ অধ্যায়

## সমাজৰ গাঠনি

সামাজিক জীৱনৰ কথা কলে বুজিব লাগিব যে এদল মানুহ উমৈহতীয়া স্বাৰ্থৰ বাবে লগতে নিজৰ নিজৰ স্বাৰ্থও অক্ষুণ্ণ ৰাখিবলৈ একগোট হয়। গোটটোৰ মানুহবোৰৰ মাজত এক বিশেষ ধৰণৰ পাৰস্পৰিক সম্বন্ধ থাকে। সকলোৱে এটা লক্ষ্য ৰাখি কাম কৰে। এই সম্বন্ধ স্থাপন হবলৈ গৈ এক বিশেষ পদ্ধতিৰ আঁচনিৰ জন্ম হয় সম্বন্ধৰ ওপৰত ভিত্তি কৰি। এই পদ্ধতিকেই সমাজৰ গঠন বুলি কব পাৰি। এই সম্বন্ধটোৰ বাবেই অথবা সমাজৰ গঠন অটুট ৰাখিবলৈ সকলোৱে বিশেষ ধৰণে কাৰ্য্যকলাপ সম্পন্ন কৰে যাৰ প্ৰভাৱ পৰে ব্যক্তিগত জীৱনৰ লগতে গোটেই সমাজখনতে। এই উদ্দেশ্যে এইদৰে কৰা কাৰ্য্যকলাপকেই সামাজিক কৰ্ত্তব্য বা সমাজৰ কাম বুলি কব পাৰি। মানুহৰ শৰীৰ আৰু নিশ্বাস গ্ৰহণ, ৰক্ত সঞ্চালন আদি শাৰীৰিক প্ৰক্ৰিয়াৰ মাজত যেনে নিবিড় সম্বন্ধ, সমাজৰ গঠন আৰু সামাজিক কৰ্ত্তব্যৰ মাজতো তেনে গভীৰ সম্বন্ধ। এটাক বাদ দি আনটোক অধ্যয়ন কৰিব নোৱাৰি। সম্বন্ধটোহে এনে, কিন্তু মানুহৰ শৰীৰক ঠিক সমাজৰ লগত বিজাব নোৱাৰি; কিয়নো মানুহৰ সমাজ বেছি জটিল আৰু তদুপৰি গতিশীলো। এই জটিলতা আৰু গতিশীলতাৰ বাবে মানৱ সমাজ অধ্যয়ন কৰোঁতে যথেষ্ট সাৱধান হোৱা উচিত।

কোনো এক সম্প্ৰদায়ৰ লোকসকলে গঠন কৰা বিভিন্ন ধৰণৰ দলবোৰ আৰু লোকসকলে অংশ গ্ৰহণ কৰা নানা সংস্থাপনবোৰো সেই সম্প্ৰদায়ৰ সামাজিক গঠনৰ অন্তৰ্ভুক্ত। সংস্থাপন বুলিলে তাত

ভাগ লোৱা মানুহবোৰৰ মাজত থকা পাৰস্পৰিক সম্বন্ধকো বুজিব লাগিব আৰু সেই সম্বন্ধ স্থাপিত হয় সংস্থাপনৰ লোকে কোনো এক বিশেষ উদ্দেশ্য লৈ কাম কৰোঁতে। সামাজিক গঠন বিষয়ত দল বা গোটবোৰ আৰু সংস্থাপনবোৰৰ নীতিবোৰ নানান ক্ষেত্ৰৰ ওপৰত নিৰ্ভৰশীল। সেইবোৰৰ ভিতৰত প্ৰধান হৈছে লিঙ্গ, বয়স, স্থান আৰু সম্বন্ধ। যি কোনো মানৱ সমাজতেই এই কথা প্ৰযোজ্য। কিন্তু জটিল সমাজবোৰলৈ নগৈ সহজ সৰল আদিবাসী সমাজ কিছুমানক লৈ বিশ্লেষণ কৰি চোৱা যাওক কিদৰে লিঙ্গ, বয়স, স্থান আৰু আত্মীয়তা বা জ্ঞাতি-কুটুম্বতাই সমাজ গঠনত মুখ্য ভূমিকা গ্ৰহণ কৰে।

প্ৰথমতে সমাজত থকা পুৰুষ নাৰী ভেদাভেদৰ কথাকেই লোৱা যাওক। নাম, সাজ-পাৰ আৰু সাধাৰণ প্ৰকৃতিৰ দ্বাৰাই পুৰুষ নাৰীক পৃথক কৰিব পাৰি। অৰ্থনৈতিক ক্ষেত্ৰতো এনে বিভাজন দেখা যায়। আদিবাসী সমাজত চিকাৰ কৰা, মাছ মৰা, কাঠৰ কাম, ধাতুশিল্প, গৰু-মহ ৰখা আদি কামবোৰ নাৰীতকৈ পুৰুষেই বেছিকৈ কৰে। আনফালে ঘৰখন চোৱা-চিতা কৰা, লৰা-ছোৱালীৰ আল-পৈচান ধৰা, কৃষিকৰ্ম্মত সহায় কৰা, ঘৰৰ আটাইবে বাবে কাপোৰ-কানি বোৱা আদি তিৰোতাৰ কাম বুলি গণ্য কৰা হয়। কৃষিকৰ্ম্মত মাটি চহ কৰা, হাবি জংঘল কটা আদি টান কামবোৰ পুৰুষেই কৰে। পথাৰ নিকোৱা, শস্য সংগ্ৰহ কৰা আদি পাতল কামবোৰত তিৰোতাই হাত লগায়। মাছ মাৰিবলৈ মাইকী মানুহো যায়। সৰু জাল, চেপা, জুলুকি, পল, জাকৈ আদিৰে বান-পানীত মাছ ধৰে। কিন্তু মাছমৰীয়া সমাজত, নৈৰ দ পানীত অথবা সাগৰত মাছ ধৰাটো পুৰুষৰ কামৰ ভিতৰত পৰে। ডাঙৰ ডাঙৰ জাল লৈ সাগৰত মাছ মাৰিবলৈ যায় পুৰুষহে, নাৰী নহয়। প্ৰশান্ত মহা-সাগৰীয় দ্বীপবোৰত বাস কৰা মাছমৰীয়া আদিবাসী সমাজত নাৰীয়ে নাৱত উঠি মাছ মৰাটো নিষেধ। আকৌ পুৰুষে তিৰোতাই ব্যৱহাৰ

কৰা সক সক জালবোৰ চুৰ নোৱাৰে, যদিও জালবোৰ পুৰুষেই তৈয়াৰ কৰি দিয়ে।

সাজ-পাৰ বা কৰ্ম্মবিভাজনতহে যে পুৰুষ-নাৰীৰ বিভাজন সীমাবদ্ধ তেনে নহয়। সামাজিক কোনো সুবিধা বা পুৰুষ-নাৰী প্ৰকৃতি বিভিন্ন হোৱাৰ বাবেই এনেদৰে শ্ৰম বিভাগ কৰা হোৱা নাই। ইয়াৰ গুৰিতে আছে কিছুমান বিশ্বাস—যাৰ দ্বাৰা এই সমস্যাটো আৰু বেছি জটিল হৈ পৰিছে। পুৰুষে যদি নাৰীৰ ৰীতি-নীতি মানিবলৈ যায় অথবা তেওঁলোকৰ প্ৰকৃতি আহৰণ কৰিব খোজে, তেতিয়া নাৰীৰ ফালৰ পৰা বিদ্বেষ আৰু ঘৃণাই দেখা দিয়ে। ধৰ্ম্মীয় বিশ্বাসো বাধাৰূপে থিয় দিয়ে। তেনেকৈ নাৰীয়েও পুৰুষৰ বাবে নিৰ্দ্দিষ্ট ৰীতি-নীতি গ্ৰহণ কৰিব নোৱাৰে। সামাজিক বাধাক শক্তিশালী কৰে ধৰ্ম্মীয় বিশ্বাসে। উন্নত শিক্ষিত সমাজতো এনেদৰে পুৰুষ নাৰীৰ ভেদাভেদ আছে। কিন্তু তেনে সমাজত বহুত সময়ত এনে ব্যৱস্থাৰ কাৰণ নাৰী আৰু পুৰুষৰ মাজত মনস্তত্বৰ ক্ষেত্ৰত থকা বৈষম্য। কিন্তু আদিবাসী সমাজে মনস্তাত্বিক বৈষম্যৰ কথা ভালদৰে নাজানে। তেনে কোনো কাৰণত তেওঁলোকে ভেদাভেদ জ্ঞান কৰে বুলি তেওঁলোকে নাজানে। তেওঁলোকক সুধিলে এটা উত্তৰেই পোৱা যায়, সেইটো চিৰাচৰিত ৰীতি, অনাদি কালৰেপৰা চলি আহিছে। অৰ্থাৎ সেয়া তেওঁলোকৰ সংস্কাৰ, কৌটিকলীয়া নিয়ম। সেইটো কিয় হল, কেনেকৈ হল, কোনেও প্ৰশ্ন নকৰে।

বহুতো আদিবাসী সমাজত ডেকা চাঙৰ ব্যৱস্থা আছে। ডেকা চাঙত ডেকাসকল শোৱে। তাৰ বাহিৰেও ডেকা চাঙৰ আৰু বহুতো কাম আছে ; সেইবোৰৰ আলোচনাৰ থল বৰ্ত্তমানৰ প্ৰসঙ্গত নাই। ডেকা চাঙত কেতিয়াও মাইকী মানুহক সোমাবলৈ নিদিয়ে। ডেকা চাঙ নাৰীৰ বাবে নিষিদ্ধ স্থল। ডেকা চাঙৰ লগত সংশ্লিষ্ট কামবোৰত নাৰীয়ে ভাগ নলয়। সমাজ বিশেষে গাভৰু চাঙও আছে। গাভৰু চাঙত গাভৰুয়ে ৰাতি যাপন কৰে।

কিন্তু গাভৰু চাঙ ডেকাসকলৰ বাবে নিষিদ্ধ স্থল নহয়। দৰাচলতে কৰলৈ গলে প্ৰতি নিশাই ডেকাবোৰ গাভৰু চাঙলৈ গৈ গাভৰু সকলৰ লগত কিছুপৰ কটায়।

পশ্চিম আফ্ৰিকা, অষ্ট্ৰেলিয়া আৰু দক্ষিণ প্ৰশান্ত মহাসাগৰীয় দ্বীপ কিছুমানৰ আদিবাসী সকলৰ মাজত পুৰুষৰ গুপ্ত সংগঠন কিছুমান আছে। নাৰীয়ে এই সংগঠনত যোগ দিব নোৱাৰে। সংগঠনৰ সদস্য নোহোৱা পুৰুষেও গুপ্ত সংগঠনৰ কামত অংশ গ্ৰহণ কৰিব নোৱাৰে। সেইবোৰ সদস্যসকলৰ নিজস্ব। ঠিক তেনেকৈয়ে সেই সমাজবোৰৰ কিছুমানত নাৰীৰো গুপ্ত সংগঠন আছে। তাত কোনো পুৰুষকে ভাগ লবলৈ দিয়া নহয়। এই সংগঠনত নাৰী-পুৰুষৰ ভেদাভেদ জ্ঞান বৰ প্ৰবল।

আমাৰ অসমীয়া সমাজতো ৰাতিখোৱা সম্প্ৰদায়ৰ সংগঠন কিছুমান আছিল আৰু এতিয়াও কোনো কোনো ঠাইত আছে। এইটো গুপ্ত সংগঠন। ৰাতিখোৱা সংগঠনৰ মানুহে কি কৰে আন মানুহে ভু নাপায়। অকল পুৰুষহে এই সংগঠনৰ সদস্য হব পাৰে। নাৰীৰ বাবে তেওঁলোকৰ দুৱাৰ বন্ধ। অসমত গাভৰু বিহুৰ প্ৰচলন থকাৰ কথাও জনা যায়। গাভৰুসকলে লগ লাগি আওহতীয়া এডোখৰ ঠাইত বিহু পাতে। কোনো পুৰুষে সেই বিহুত অংশ লোৱা দূৰৰ কথা চাবকে নোৱাৰে। অসমীয়া সমাজত আইসকল বুলি এটা কথা আছে। বিয়াহে সবাহে এই আইসকলৰ কৰণীয় কৰ্তব্য আছে। নামটোৱেই কয় আইসকলৰ মাজত পুৰুষসকলৰ স্থান নাই।

যি কোনো মানৱ সমাজতেই নহওক লাগে, পুৰুষ-নাৰীৰ মাজত থকা সামাজিক বৈষম্যৰ কাৰণবোৰ চালিজাৰি চাই জীৱতাত্ত্বিক ব্যাখ্যা দিব পাৰি অৰ্থাৎ মাইকী মানুহৰ গৰ্ভধাৰণ ক্ষমতাৰ পৰিপ্ৰেক্ষিতত এই সামাজিক আচাৰৰ বিশ্লেষণ কৰিব আৰু ব্যাখ্যা দিব পাৰি। আমি জনাত এই শাৰীৰিক প্ৰক্ৰিয়াৰ লগত মনস্তাত্ত্বিক

পাৰ্থক্যৰো সম্পৰ্ক আছে। কিন্তু আমি জনা কাৰণবোৰৰ বাবেই আদিবাসী সমাজত নাৰীক বেলেগ চকুৰে চোৱা হয় বা বেলেগে ব্যৱহাৰ কৰা হয় বুলি সততে ভাবিব নোৱাৰি। নাৰীৰ বাবে নিৰ্দ্দিষ্ট কৰ্ম্ম, নাৰীৰ সাজসজ্জা আদিৰ নিৰ্দ্দেশ দিয়ে সামাজিক কাৰণ কিছুমানেও—যাৰ লগত জড়িত থাকে মেজিক-ধৰ্ম্মীয় বিশ্বাস। কিয়নো নাৰীৰ প্ৰতি প্ৰত্যেকখন সমাজতে ব্যৱহাৰ একে নহয়। প্ৰতি সমাজতে নাৰীয়ে একেদৰে নেথাকে, একেদৰে আচৰণ নকৰে। চুলিৰ দৈৰ্ঘ্যৰ কথাকেই লোৱা যাওক। অসমীয়া ছোৱালীয়ে দীঘল চুলি ৰাখে। কিন্তু টিকোপিয়াত ইয়াৰ ওলোটাটো দেখা যায়। নাৰীয়ে চুটিকৈ চুলি ৰাখে; আনহাতে মতা মানুহে, বিশেষকৈ যুবকে দীঘল চুলি ৰাখে। যুবকৰ চুলি পিঠি পায়গৈ। টিকোপিয়া সমাজত এনে হোৱাৰ কাৰণ কি? এইটো তেওঁলোকৰ ৰুচিবোধৰ পৰিচয় নহয়। অথবা স্বাভাবিকতেই তেওঁলোকে সেইটো কৰা নাই। ইয়াৰ প্ৰয়োজন আছে, সামাজিক কাৰণ আছে। দীঘল চুলিৰ সম্বন্ধ শোক প্ৰকাশ আৰু নাচৰ লগত। তেওঁলোকৰ সমাজত প্ৰচলিত এটা বিশেষ নৃত্যৰ সময়ত যুবকে চুলি মেলি অংশ গ্ৰহণ কৰে। নৃত্যৰ সময়ত যুৱটো জোকাৰি দীঘল চুলি ইফালৰ পৰা সিফাললৈ লৈ বতাহৰ আলোড়নৰ সৃষ্টি কৰে। এই প্ৰক্ৰিয়াৰ সাদৃশ্য আছে নাৱে চৌ কাটি কাটি পানীত আলোড়ন তুলি আগবঢ়াৰ লগত। এই নৃত্য তেওঁলোকৰ বৰ প্ৰিয়। নাৰীয়ে ইয়াত ভাগ লব নোৱাৰে। কোনো বিশেষ আত্মীয় মৰিলে যুবকে দীঘল চুলি কাটি পেলায়। এইটো শোক প্ৰকাশৰ চিন। এই সময়ত তেওঁলোকে নৃত্যত অংশ গ্ৰহণ কৰিব নোৱাৰে; গতিকে দীঘল চুলিৰ প্ৰয়োজন নাই। এইদৰে বিশ্লেষণ কৰিলে ওলাই পৰে যে নাৰী পুৰুষৰ আচৰণৰ মাজত থকা প্ৰায়বোৰ পাৰ্থক্যৰ গুৰিতে কোনো সামাজিক কাৰণ আছে।

ঋতুস্রাৱ আৰু গৰ্ভধাৰণ ক্ষমতাৰ বাবেও যে মাইকী মানুহৰ

লগত বেলেগ আচৰণ কৰা হয়, সেইটো উলাই কৰিব নোৱাৰি। বহুতো আদিবাসীৰ মাজত তেজ ভীতিৰ বস্তু। তেজক শৰীৰৰ শক্তিবৰ্দ্ধক বা শক্তিৰ উৎস বুলিও ভাবে। তেজৰ লগত নানান মেজিক-ধৰ্ম্মীয় বিশ্বাসো জড়িত থাকে। শক্তি আহৰণৰ বাবে ৰক্ত-পান কৰাৰ কথাও জনা যায়। এনে অৱস্থাত ঋতুস্রাবক তেওঁ-লোকৰ মেজিক-ধৰ্ম্মীয় বিশ্বাসৰ দ্বাৰা প্ৰভাৱান্বিত মনে বেলেগ চকুৰে চোৱাটো খুবেই স্বাভাৱিক। ঠিক তেনেকৈয়ে শিশুৰ সৃষ্টি আৰু জন্মৰ লগত নানান ধৰ্ম্মীয় বিশ্বাস জড়িত আছে আৰু তাৰ বাবেই সমাজত অকল গৰ্ভৱতী নাৰীৰ স্থানেই বেলেগ নহয়, নাৰী মাত্ৰেই স্বকীয়া আচৰণৰ যোগ্য।

বয়স অনুসৰিও সমাজত কোনো কোনো ধৰণৰ স্তৰ ভাগ কিছুমান দেখা যায়। বয়সস্থ ব্যক্তিক সন্মান জনোৱাটো বহুতো সমাজৰেই ৰীতি। ‘বুঢ়া লোকক সন্মান কৰিবা’ বুলি আমাৰ সমাজত সৰু কালৰে পৰা শিক্ষা দিয়া হয়। প্ৰাচীন চীনা সমাজত বয়সীয়াল ব্যক্তিয়ে সন্মানিত স্থান অধিকাৰ কৰিছিল। অষ্ট্ৰেলিয়াৰ আদিবাসী সমাজত বয়সীয়াল লোকৰ স্থান উৰ্দ্ধত। সমাজ ব্যৱস্থাত বিধি-বিধানৰ নিৰ্দ্দেশ তেওঁলোকেই দিয়ে। যুৱকক দীক্ষা দি সমাজভুক্ত কৰাৰ দায়িত্বও বৃদ্ধলোকৰ ওপৰত ন্যস্ত। বৃদ্ধলোকৰ দীঘলীয়া অভিজ্ঞতা, অপৰিসীম জ্ঞান থকাৰ বাবেই তেওঁলোকে সমাজত সন্মানিত স্থান অধিকাৰ কৰে। বহুতো সমাজত পঞ্চায়ত বা মেল থাকে। তাৰ সদস্য হয় বয়সস্থ লোকসকল। তেওঁলোকৰ নিৰ্দ্দেশত সমাজ পৰিচালিত হয়। একমাত্ৰ বয়সৰ বাবেই সমাজত তেওঁ-লোক আচুতীয়া স্থান পায়; বিশেষ সুবিধা কিছুমানো পায়।

বহুতো সমাজত বয়সীয়াল ব্যক্তিৰ সন্মানিত স্থান স্থায়ী নহয়। তেওঁলোকে সদায়ে সা-সুবিধা ভোগ কৰাৰ অধিকাৰ নাপায়। কিন্তু এনে কিছুমান সমাজ আছে য'ত বয়স অনুসৰি মানুহৰ স্থান স্তৰে স্তৰে নিৰ্দ্ধাৰিত হয় আৰু সামাজিক সা-সুবিধা ভোগ কৰাৰ অধিকাৰ

পায়। এইটো এটা স্থায়ী ব্যৱস্থা। এই ব্যৱস্থাৰ দ্বাৰা মানুহক বয়স অনুসৰি স্তৰে স্তৰে ভাগ কৰা হয় বাবে ইয়াক বয়স-বিভাগ পদ্ধতি আখ্যা দিব পাৰি। এই বয়স-বিভাগ পদ্ধতি সমাজৰ অবিচ্ছেদ্য অংশ। গোটেই সমাজ-গঠন ব্যৱস্থা গঢ়ি উঠে এই পদ্ধতিক কেন্দ্ৰ কৰিয়েই। এনে পদ্ধতিৰ উদাহৰণ পৃথিৱীৰ কেইবা ঠাইৰ পৰাও দিব পাৰি। কিন্তু ইয়াৰ আদৰ্শ উদাহৰণ ভাৰতৰ আও নগাৰ মাজতেই আছিল।

বয়স অনুসৰি আও নগা পুৰুষৰ সাতটা ভাগ আছিল। প্ৰত্যেকটোৰে বেলেগ নাম, প্ৰত্যেকটোৰ বাবে নিৰ্দ্ধাৰিত কামো বেলেগ। আও নগা সমাজৰ এক বিশেষ ভূমিকা গ্ৰহণ কৰে ডেকা চাঙবোৰে। তেওঁলোকে ডেকা চাঙক মোৰাং বুলি কয়। প্ৰতি তিনি বছৰে প্ৰায় বাৰৰ পৰা চৈধ্য বছৰীয়া লৰাৰ নতুন দল এটাই মোৰাঙত প্ৰথম প্ৰবেশ কৰে। এই দলটোৰ নাম নোঝাংবিৰোৰী (অৰ্থ অপৰিপক্ক দল)। সিহঁতে মোৰাঙত ৰাত্ৰিবাস কৰিবই লাগিব। সিহঁতৰ কাম ভৃত্যৰ দৰে খাটিখুটি ডাঙৰৰ সেৱা-শুশ্ৰূষা কৰা। তিনি বছৰ পিছত আন এটা দল মোৰাঙলৈ আহে; তেতিয়া আগৰ দলটো আন এটা বিভাগলৈ উন্নীত হয়। দ্বিতীয় বিভাগটোৰ নাম টুকাপৰাহোৰী (পক হৈ অহা দল)। সিহঁতে তেতিয়া নতুন দলটোক পাৰেমানে কামত খটুৱায়, যিদৰে এসময়ত সিহঁতে নিজে পৰিশ্ৰম কৰিছিল। এতিয়া সিহঁতে ইচ্ছা কৰিলে মোৰাঙত ৰাত্ৰিবাস নকৰিবও পাৰে। আৰু শেষ সময়ৰ পিনে ইচ্ছা কৰিলে বিয়াও কৰিব পাৰে। সিহঁতৰ কাম হল সাধাৰণভাৱে গাঁৱৰ বাবে কাম কৰা আৰু প্ৰয়োজনৰ সময়ত মানুহক বা-বাতৰি যোগোৱা। তিনি বছৰ এইদৰে থকাৰ পিচত এই দলটোৱে চুচেনৰাবিহোৰী (মোৰাঙৰ নেতা) নাম লয়। এতিয়া তেওঁলোক মোৰাঙৰ নেতা। মোৰাঙক পৰিচালিত কৰাৰ দায়িত্ব তেওঁলোকৰ ওপৰত ন্যস্ত। পুৰণি কালত এই সময়তে তেওঁলোকে নৰমুণ্ড চিকাৰৰ অভিযানত ওলাইছিল।

ইয়াৰ তিনি বছৰ পিছত তেওঁলোক ওকচাংচামিচাবিবোৰী ( গাহৰিৰ ঠেং খোৱা দল ) নামে পৰিচিত হয়। মোৰাঙত ভোজ উপলক্ষে মৰা গাহৰিৰ ঠেঙকেইটা তেওঁলোকে পায়। তেওঁলোকৰ নামটোৰহে পৰিবৰ্ত্তন হয়, কিন্তু কাম আগৰ দৰেই থাকে। এইদৰে তিনি বছৰ অতিবাহিত কৰি তেওঁলোকে কিদংমাবাং ( গোত্ৰৰ নেতা ) হয়। এতিয়াৰ পৰা আৰু মোৰাঙৰ লগত তেওঁলোকৰ কোনো সম্বন্ধ নেথাকে। এতিয়া তেওঁলোক গাঁৱৰ বিশিষ্ট ব্যক্তি। ইয়াৰ তিনি-বছৰৰ পিছত তেওঁলোকৰ নাম হয় খোনৰী ( বোজা কঢ়িয়াওঁতা )। শেষত গৈ সপ্তম বিভাগত উঠি তেওঁলোকে টাটাৰী ( সভাসদ ) হয়। তেওঁলোকৰ কাম বয়সস্থ লোকৰ পৰামৰ্শমতে গাঁৱৰ শাসন প্ৰণালীৰ প্ৰতি চকু দিয়া। এই সময়ত তেওঁলোকে সকলোতকৈ বেছি মাংসৰ ভাগ পায়। ইয়াৰ পিছতো আন তিনিটা স্তৰ আছে। কোনো কোনোৱে সেই তিনিটা স্তৰৰ মাজেৰেও যায়। শেষৰ স্তৰটোৰ নাম পাটিৰ ( পুৰোহিত )। পুৰোহিত হোৱাৰ পিছত আও নগাৰ আৰু একো হবলৈ বাকী নাথাকে। এইদৰে জীৱনৰ কোনো এটা সময়ত প্ৰতিজন আও নগা পুৰুষেই গাঁৱৰ শাসন পৰিষদৰ সদস্য হয়।

এনে ধৰণৰ বয়স বিভাগৰ বিস্তাৰিত ব্যৱস্থাৰ প্ৰচলন আছিল আফ্ৰিকাৰ কেনিয়াৰ নান্দি নামৰ আদিবাসীৰ মাজত। তেওঁলোকৰ মাজতো সাতটা স্তৰ আছে। আঠ দহ বছৰীয়া লৰাবে প্ৰথম দলটো গঠন কৰা হয়। নান্দি সমাজত বয়স-বিভাগৰ উল্লেখযোগ্য আৰু লৰাবোৰৰ বাবে স্মৰণীয় ঘটনা হৈছে দীক্ষা লোৱাটো। প্ৰতি সাত আঠ বছৰে দীক্ষা দিয়া হয়। অৰ্থাৎ আঠ দহ বছৰীয়া দলটোৰ লৰাৰ পোন্ধৰ পৰা উনৈশ বছৰ মান বয়স হোৱাৰ সময়ত দীক্ষা দি প্ৰকৃত সমাজভুক্ত কৰে। এই সময়ত সিহঁতক কোবাই, পিঠিত গধুৰ বোজা দি নানান ধৰণে কষ্ট দিয়া হয়, যাতে ভবিষ্যতে সিহঁত কষ্টসহিষ্ণু, সাহসী আৰু টান কামৰ উপযুক্ত হয়। দীক্ষিত হোৱাৰ পিছত সিহঁতক যুদ্ধবিদ্যা শিকোৱা

হয়। একে সময়তে দীক্ষিত হোৱা সকলৰ এটা নির্দ্দিষ্ট নাম থাকে; প্ৰতীক আৰু অলঙ্কাৰ-পাতিও থাকে। গোটেই কেইজনে ভ্ৰাতৃত্ব বা বন্ধুত্বৰ দোলেৰে বান্ধ খাই একেলগে একে ধৰণৰ কাম-কাজ কৰে। দলৰ প্ৰত্যেকৰ সামাজিক স্থান একে, সামাজিক সা-সুবিধাও একে ধৰণৰ। দলৰ প্ৰত্যেকৰে মাজত প্ৰীতিৰ বান্ধোন ইমান বেছি যে এজনে বিয়াৰ পিছত নিজৰ বিবাহিতা স্ত্ৰীক দলৰ বন্ধুৰ লগত ৰাত্ৰি-বাস কৰিবলৈ দি আতিথেয়তা বা সদ্ভাৱ দেখুৱায়। প্ৰতিটো বিভাগ আকৌ তিনিটা উপভাগত বিভক্ত। এই বিভাগীকৰণো বয়সৰ ভিত্তিত হয়। কম বয়সীয়াৰ দলটো যোদ্ধাৰ দল। যোদ্ধা অৱস্থাত তেওঁলোকে বিয়া নকৰে; সন্তি-সন্ততিৰ জন্মও নিদিয়ে-কিন্তু নিয়মিতভাৱে নাৰী, সঙ্গ পাব পাৰে। যোদ্ধাদলে পিছলৈ বিবাহ কৰে। তেতিয়া তেওঁলোকে সমাজৰ অন্যান্য কাম কৰে। এই সময়ত পুত্ৰ-কন্যাৰ জন্ম দিয়া কামতো ব্যস্ত থাকে। ইয়াৰ পিছত তেওঁলোক বয়সীয়াল বা মুখীয়াল লোক হয়। সমাজক পৰামৰ্শ দিয়া, সমাজৰ শাসন অটুট ৰখা ইত্যাদি দায়িত্ব আহি পৰে। প্ৰতি সাত আঠ বছৰে নান্দিসকলে এটা উৎসৱ পাতে। এই সময়ৰ চাৰি-পাঁচ বছৰ আগতে দীক্ষা লোৱা যোদ্ধাৰ দলক আগৰ চাম লোকে ৰাজ্যৰ দায়িত্ব অৰ্পণ কৰে। এইদৰে প্ৰত্যেকজন নান্দি পুৰুষেই সমাজৰ কিছুমান সুবিধা বয়সৰ বিভিন্ন সময়ত ভোগ কৰে; সমাজৰ দায়িত্বও গ্ৰহণ কৰে।

কিশোৰ, অবিবাহিত যুবক আৰু বিবাহিত পুৰুষ, এই তিনিভাগৰ মানুহক বহুতো সমাজেই বেলেগ চকুৰে চায়। সমাজত তিনিভাগে বেলেগ ধৰণে স্বীকৃতি পায়। সামাজিক দায়িত্ব আৰু মৰ্য্যাদাও ভিন ভিন। ওৰাওঁসকলৰ মাজত আকৌ অবিবাহিত যুবকক তিনিটা ভাগত বয়স অনুসৰি ভাগ কৰে। প্ৰথমটো ভাগৰ নাম পুনাজোখাৰ (অৰ্থাৎ নতুন শিকাৰু); দ্বিতীয় ভাগৰ নাম মাজকুৰীয়াজোখাৰ (বা মধ্যম দল) আৰু তৃতীয় ভাগটোৰ

নাম কোকাজোখাৰ (বয়সস্থ অবিবাহিত দল)। প্ৰথম দুটা ভাগৰ প্ৰতিটোতে সদস্য থাকে তিনি বছৰলৈ। তাৰ পিছত বিয়া কৰাই থিত নলগালৈকে তৃতীয় দলটোতেই থাকে। এওঁলোকৰ মাজতো প্ৰতিটো দলৰ বাবেই নিৰ্দ্ধাৰিত কৰ্ত্তব্য কিছুমান আছে। সেইদৰে প্ৰতিটোৱে কিছুমান সা-সুবিধাও পায়।

আন্দামানৰ আদিবাসীৰ মাজত আকৌ এনেদৰে বয়স অনুসৰি তেইশটা বিভাগ আছে। প্ৰত্যেকটোৰ বাবে বেলেগ নামো আছে। আমেৰিকা হিডাটচা, মান্দান, ব্লেকফুট আদি ৰেড ইণ্ডিয়ান সকলৰ মাজতো বয়স-বিভাগ প্ৰণালী প্ৰচলিত। তেওঁলোকৰ মাজতো প্ৰতিটো ভাগৰ নাম বেলেগ, প্ৰতীকো বেলেগ। প্ৰতি ভাগৰে স্বকীয়া নৃত্য আছে, কৰ্ত্তব্যও আছে।

বয়স অনুসৰি হোৱা এনেবোৰ দল, নিজৰ দলীয় সন্মান, দলীয় কৰ্ত্তব্য আৰু দলীয় জীৱনৰ প্ৰতি বৰ সচেতন। এই সচেতন-বোধে তেওঁলোকক একগোট কৰি বান্ধি ৰাখে। বয়স-বিভাগ পদ্ধতিৰে সমাজৰ লোকক বয়স অনুসৰি থৰে থৰে সজাই কিছুমান দায়িত্ব জাপি দি সমাজখন সুচাৰুৰূপে পৰিচালিত কৰা হয়। সামাজিক বিভাগবোৰৰ মাজত শ্ৰদ্ধা-প্ৰীতিৰ ভাব ৰোপণ কৰি পাৰস্পৰিক নিৰ্ভৰশীলতাৰ যোগে সমাজৰ হিত সাধা হয়। ইয়াৰ জৰিয়তে সামাজিক ৰীতি-নীতি, নিয়ম-কানুন, আচাৰ-ব্যৱহাৰো শিকে। কম বয়সীয়া সকলে বয়স্কজনক সন্মান কৰে; বিনিময়ত তেওঁলোকে সকলো প্ৰকাৰৰ শিক্ষা গ্ৰহণ কৰে। যৌন জীৱন আৰু বিবাহিত জীৱন এই পদ্ধতিৰ মাজেৰে শৃঙ্খলিত হয়; সমাজৰ শাসন-ব্যৱস্থা চলে, সমাজত নিৰাপত্তা থাকে। আন ভাষাত কবলৈ গলে, গোটেই সমাজখন নিয়ন্ত্ৰিত হয় এই পদ্ধতিৰ মাজেৰে। এই পদ্ধতিত সমাজৰ প্ৰতিফলন দেখা যায়।

আমেৰিকাৰ বয়স-বিভাগ ব্যৱস্থা ভাৰতৰ আও নগা বা উত্তৰ আফ্ৰিকাৰ নান্দিবিলাকৰ পৰা কিছু বেলেগ। অৱশ্যে তেওঁলোকৰ

মাজতো বয়স সম্বন্ধে মানুহ সচেতন। একে বয়সৰ মানুহৰ মাজত ভ্ৰাতৃভাবো আছে, তেওঁলোকে একেলগে একে কাম কৰি থাকিব খোজে। কিন্তু নগা বা নান্দিৰ নিচিনা কোনো বিশেষ বয়সৰ লগত দলৰ তেনে কোনো সম্বন্ধ নাই। দৰাচলতে কবলৈ গ'লে সমাজৰ বা দলৰ সদস্য ঠিক বয়সৰ ভিত্তিত নহয়। তেওঁলোকৰ সমাজত নিম্ন বয়সৰ দলটোৱে ওপৰৰ বয়সৰ দলৰ পৰা সমাজৰ সদস্য পদ কিনি লৈ নতুন দায়িত্ব গ্ৰহণ কৰে আৰু সেই মতে সা-সুবিধাও পায়। বয়সস্থসকলে কেতিয়াও নিম্ন বয়সৰ দলৰ পৰা সমাজখন কিনি নলয়। ফলত কিনোতা আৰু বেচোতাৰ মাজত সদায়ে ব্যৱধান এটা থাকে। আনুষ্ঠানিকভাবে ক্ৰেতা আৰু বিক্ৰেতাৰ মাজত এই সম্বন্ধক পুত্ৰ আৰু পিতাৰ সম্বন্ধ বুলি কয়। অৰ্থাৎ পুত্ৰই সদায়ে পিতাৰ পৰা সামাজিক মৰ্য্যাদা কিনি লব লাগে। কোনো কোনো সময়ত পিতাদলে যেতিয়া বহুত বেছি মূল্য বিচাৰে আৰু পুত্ৰদলে সেই মূল্য দিবলৈ অস্বীকাৰ কৰে, তেতিয়া বহুদিনলৈ পুৰণি ব্যৱস্থা অব্যাহত থাকে। গতিকে নিৰ্দ্ধাৰিত বয়সত নিৰ্দ্দিষ্ট সামাজিক মৰ্য্যাদা সকলোৱে নাপায়। সেইকাৰণে এনেকুৱা ব্যৱস্থাক প্ৰকৃত বয়স-বিভাগ পদ্ধতি বুলিব নোৱাৰি। এইবোৰ আদিবাসীৰ মাজতো বয়স-বিভাগ থকা বুলি এই কাৰণেই কোৱা হয় যে সাধাৰণভাবে চালে বয়স অনুযায়ীহে মানুহবোৰে দল বান্ধে। সমাজত ধাপে ধাপে আগুৱাবলৈ বয়সো বাঢ়িব লাগে আৰু একে দলৰ মানুহে একে ধৰণৰ সা-সুবিধা পায়।

মেলানেচীয়াৰ কোনো কোনো ঠাইৰ আদিবাসী সমাজতো সৰু সৰু সংস্থা কিছুমান আছে। সেইবোৰৰ ভিতৰত বিভাগ বা শ্ৰেণী আছে; খিতাপ বা পদমৰ্য্যাদাও আছে। ওপৰে ওপৰে চালে এই সংগঠনবোৰৰো ওপৰত বৰ্ণিত বয়স-বিভাগ পদ্ধতিৰ লগত সাদৃশ্য থকা যেন লাগে; কিন্তু প্ৰকৃততে তেনে নহয়। ইয়াত বয়সৰ কোনো স্থান নাই; যদিও ঘটনাক্ৰমে কেতিয়াবা একে বয়সৰ মানুহ

একে শ্রেণীত পৰি যায়। এই শ্রেণীবিভাগ মূলতঃ সম্পদৰ ওপৰত ভিত্তি কৰি হয়। অর্থাৎ পদমর্য্যাদা আৰু সামাজিক সা-সুবিধাৰ মাজেৰে তেওঁলোকৰ সম্পদ বাজিয়ে প্রকাশ পায়।

থকা ঠাই অনুসৰিও মানুহ বিভিন্ন দল বা গোটত বিভক্ত হয়। গোটবোৰ বিভিন্ন ধৰণৰ আৰু বিভিন্ন আকাৰৰ হব পাৰে। এটা ঘৰত একেলগে থকা মানুহবোৰেও একোটা গোট গঠন কৰে। অঘৰী মানুহে দল বান্ধি ঘূৰি ফুৰে; ঠায়ে ঠায়ে বাহৰ পাতে; তাত সকলোৱে একেলগে থাকে। অঘৰী মানুহৰ সেইটো এটা গোট। মানুহে গাঁও পাতি স্থায়ীভাবেও বসবাস কৰে। গাঁৱত থকা সকলোখিনি মানুহক লৈ এটা গোট গঠিত হয়। এনে ধৰণৰ সৰু সৰু গোটবোৰৰ প্রত্যেকৰে লগত প্রত্যেকৰ সংস্পর্শ থাকে, আটায়ে লগ লাগি যৌথভাবে কিছুমান কাম কৰে। যুটীয়াভাবে খেলা-ধূলা, গান-বাজনা কৰি অৱসৰ বিনোদনো কৰে; কোনো উমৈহতীয়া সমস্যাই দেখা দিলে তাৰ সমাধানৰ বাবে একগোট হৈ চিন্তা কৰে, কর্ম্মতো লিপ্ত হয়। এইদৰে একে ঠাইত থকা বাবেই মানুহবোৰৰ মাজত পাৰস্পৰিক নির্ভৰশীলতাই দেখা দিয়ে, সকলোৰে মাজত সৌহার্দ্য গঢ়ি উঠে। এনে উমৈহতীয়া বান্ধোনৰ গুৰি হল একে বাসস্থান।

আদিম সমাজত একোটা গোটৰ মাজত ঐক্য বজাই ৰখাত বিশেষভাবে সহায় কৰে তেওঁলোকৰ নিজস্ব জনজাতীয় পৰিচয়টোৱে। জনজাতিটোও এটা বৃহৎ গোট। জনজাতিৰ সংজ্ঞা বহুতে বহুত ধৰণে দিছে। সাধাৰণভাবে কবলৈ গলে জনজাতি বুলিলে মানুহৰ গোট এটা বুজায়, যিটো গোটৰ সকলো মানুহে সাধাৰণতে একোখন নির্দ্দিষ্ট ঠাইত থাকে, একে ভাষা কয়; তেওঁলোকৰ জীৱন-যাত্রাৰ প্রণালীও একে। তেওঁলোকৰ ঐতিহ্য, চিৰাচৰিত ৰীতি-নীতি, শাসন-প্রণালী সকলো একে ধৰণৰ। অৱশ্যে ওপৰোক্ত প্রত্যেকটো গুণকেই বিভিন্ন ধৰণে সমালোচনা কৰি জনজাতিৰ

সংজ্ঞাৰ পৰিবৰ্ত্তন সাধিব পাৰি। সেইবোৰ যিয়েই নহওক, এটা আদিবাসীৰ লোকে এডোখৰ ঠাই অধিকাৰ কৰি আছিল আৰু সেই ঠাইৰ প্ৰতি তেওঁলোকৰ বিশেষ টান আছিল।

একে ঠাইতে স্থায়ীভাবে বসবাস নকৰা আন্দামানৰ আদিবাসী সকলৰ বিভাজন হয় একপ্ৰকাৰ বাসস্থান অনুসৰি। আন্দামানৰ আদিবাসী কিছুমান সৰু সৰু গোটত বিভক্ত আছিল। গোট-বোৰৰ সামাজিক তাৎপৰ্য্য বিশেষ মন কৰিব লগীয়া। এনে গোটক আমি 'থলুৱা গোট' নাম দিব পাৰো। একোটা থলুৱা গোটত বিভিন্ন বয়সৰ ত্ৰিশ পঞ্চাশজনমান মানুহ থাকে। সকলো-বোৰ মানুহৰ জন্ম একে ঠাইতে। গোটবোৰ আছিল স্বাধীন, আত্মনিৰ্ভৰশীল আৰু স্বায়ত্বশাসিত। গোটৰ নিজস্ব জীৱনধাৰা আছিল। গোটৰ সকলো কাম নিজৰ ভিতৰতে নিয়ন্ত্ৰিত হৈছিল। গোটৰ নিজস্ব ৰাজ্য আছিল। ৰাজ্যৰ ওপৰত তেওঁলোকৰ দখল আছিল। অৱশ্যে ৰাজ্যবোৰ আছিল সৰু সৰু; প্ৰায় ষোল বৰ্গ-মাইলমান হব। নিজৰ ৰাজ্যৰ ভিতৰত থলুৱা গোটৰ মানুহে মাছ মাৰি, চিকাৰ কৰি, ফলমূল সংগ্ৰহ কৰি ঘূৰি ফুৰিছিল। এটা থলুৱা-গোটৰ মানুহে আন থলুৱা গোটৰ ৰাজ্যত প্ৰবেশ কৰি আহাৰ সংগ্ৰহ কৰিব নোৱাৰিছিল। কোনোবাই তেনে কৰিলে যুদ্ধ-বিগ্ৰহৰ সূচনা হৈছিল। থলুৱা গোটৰ নিজস্ব ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক কৰ্ত্তব্য আছিল। তাৰ দ্বাৰাই প্ৰত্যেক জনৰেই জীৱনধাৰা পৰিচালিত হৈছিল। অৱশ্যে কোনো মানুহে ইচ্ছা কৰিলে আন থলুৱা গোটত যোগ দিব পাৰিছিল, যদিহে দ্বিতীয়টো গোটে তেওঁক আদৰি লবলৈ মান্তি হয়।

নিজৰ ঠাইৰ লগত মানুহৰ প্ৰেম-প্ৰীতিৰ বান্ধোন থাকে। আদিবাসীৰ দেশপ্ৰেমবোধ নথকা নহয়। নিজৰ ঠাই এৰি যাবলৈ তেওঁলোকে ভাল নাপায়। আনকি পশ্চিম অষ্ট্ৰেলিয়াৰ আদি-বাসীয়ে নিজৰ ৰাজ্যৰ সীমা এৰি আনৰ ৰাজ্যত ভেড়া চৰাব

নোখোজে। নিজ ঠাইৰ বাহিৰত থকা মাৰণী লোকে সদায়ে ইচ্ছা প্ৰকাশ কৰে যাতে নিজৰ ঠাইত মৰিব পাৰে।

স্থায়ীভাৱে গাঁও পাতি বসবাস কৰা আদিবাসীৰ জীৱনতো বাসস্থান বা গাঁৱে এক বিশেষ ভূমিকা গ্ৰহণ কৰে। আন কথাত গাঁৱৰ ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক কৰ্ত্তব্য আছে আৰু সমাজৰ এনেবোৰ অৱস্থা গাঁৱৰ ওপৰতে ভিত্তি কৰিয়েই গঢ়ি উঠিছে। গাঁৱৰ বাসিন্দা হিচাপে প্ৰত্যেক ব্যক্তিৰেই গাঁৱৰ সমাজৰ প্ৰতি বিশেষ কৰ্ত্তব্যবোধ, বাধ্যবাধকতা আৰু আনুগত্য থাকে। উদাহৰণ স্বৰূপে মণিপুৰৰ পুৰুম কুকীৰ মাজত প্ৰত্যেক গাঁৱতে গাওঁ-পৰিষদ এখন থাকে। পৰিষদৰ সদস্য নিৰ্ব্বাচনত, পৰিষদৰ কাৰ্য্য-পৰিচালনাত প্ৰত্যেকে নিজৰ ভূমিকা গ্ৰহণ কৰিব লাগে। গাঁৱত উমৈহতীয়া পূজা-পাতল, উৎসৱ আদি হলে প্ৰত্যেকেই তাত অৰিহণা যোগাব লাগে। এখন গাঁৱৰ লগত আন এখন গাঁৱৰ বিবাদ হলে গাঁৱৰ সকলে একগোট হৈ নিজৰ গাঁৱৰ পক্ষে থিয় হয়। গাঁৱত কোনোবা মৰিলে বা আন কোনো কাৰণত অশৌচ বা গেনা হলে, প্ৰতিজন মানুহেই দৈনন্দিন কামৰ পৰা বিৰত থাকে।

গাঁৱৰ বাসিন্দা হিচাপে গাঁৱৰ মানুহে কিছুমান সা-সুবিধাও ভোগ কৰে। গাঁৱত নিজৰ হাবি-জংঘল থাকে, তাৰ পৰা গঞাই কাঠ-খৰি গোটাব পাৰে, ঘৰ সাজিবলৈ বাঁহ, বেত, কাঠ আদি সংগ্ৰহ কৰি অনাত কোনো বাধা নাই। গাঁৱৰ উৎসৱ আদিত সকলোৱে ভাগ লব পাৰে। ভোজ আদিত সকলো নিমন্ত্ৰিত হয়।

নগা সমাজত প্ৰতিখন গাঁও একো একোখন ৰাজ্য যেন। নৰমুণ্ড চিকাৰ প্ৰথা প্ৰচলিত থাকোঁতে, গাঁওবোৰৰ মাজত যুঁজ-বাগৰ চলি থকা অৱস্থাত, প্ৰতিখন গাঁৱেই সুৰক্ষিত আছিল। গাঁৱৰ নিৰাপত্তা, গাঁৱৰ সমাজ পৰিচালনা, গাঁৱৰ অৰ্থনৈতিক জীৱন, সকলোবোৰৰ দায়িত্ব আছিল গাঁৱৰ নিজৰ। একে গাঁৱৰ মানুহৰ মূৰ চিকাৰ কৰা নিষেধ আছিল। অকল নগাৰ মাজতেই নহয়,

প্ৰায় সকলো সমাজতেই নিজৰ সমাজধাৰা জীৱনধাৰা, ভাবধাৰাৰে পৰিচালিত গাঁওবোৰ একোটা স্বকীয়া গোট যেন।

গোটৰ আটাইকে ঐক্যবদ্ধ কৰি ৰখাৰ আন এটা প্ৰচণ্ড শক্তি হৈছে জ্ঞাতি-কুটুম্ব বা আত্মীয়তা। আত্মীয়তা গঢ়ি উঠে তেজ বা বৈবাহিক বান্ধোনৰ জৰিয়তে। আন কথাত কবলৈ গলে আত্মীয়তা হৈছে এক বিশেষ ধৰণৰ সামাজিক বান্ধোন। আত্মীয়তা থকা সকলক এখন বংশাৱলীৰ অন্তৰ্ভুক্ত কৰি পৰস্পৰৰ মাজত সম্বন্ধ স্থাপন কৰিব পাৰি। এই পদ্ধতিৰ মাজেৰে মানুহৰ মাজত সমাজ প্ৰবৰ্ত্তিত যৌন সম্বন্ধ আৰু বৈবাহিক সম্বন্ধ নিয়ন্ত্ৰিত হয় আৰু তাৰ দ্বাৰাই সতি-সন্ততিৰ জন্ম হৈ সমাজৰ পৰিসৰ বাঢ়ে। আত্মীয়তাৰ বান্ধোন বিভিন্ন ধৰণেৰে প্ৰকাশিত হয়। বিভিন্ন ধৰণৰ সামাজিক গোটৰ মানুহৰ মাজত থকা যোগসূত্ৰৰ গুৰিও বহুত সময়ত এই আত্মীয়তাই। আনকি ৰাজনৈতিক, অৰ্থনৈতিক গোট কিছুমানৰ সদস্যসকল একতাৰ দোলেৰে বান্ধ খাই থাকে আত্মীয়তাৰ বাবেই। আত্মীয়তা এটা বৰ শক্তিশালী যোগসূত্ৰ।

আত্মীয়তাৰ ওপৰত ভিত্তি কৰা সামাজিক গোটবোৰ হৈছে প্ৰধানকৈ পৰিয়াল, বংশ, গোত্ৰ, জনজাতি আদি। এই গোটবোৰৰ অন্তৰ্ভুক্ত সকলো মানুহে ভাবে যে পুৰুষানুক্ৰমে তেওঁলোকৰ মাজত আত্মীয়তা আছে। তেওঁলোকৰ শিৰাই শিৰাই প্ৰবাহিত হৈছে একে তেজ। একেজন পূৰ্ব্বপুৰুষৰ পৰাই তেওঁলোকৰ উৎপত্তি। এই পূৰ্ব্বপুৰুষ বা নাৰীগৰাকী হয়তো অতি প্ৰাচীন অথবা হয়তো বৰ বেছিদিনীয়া নহয়। খাচীয়া সমাজত কা-য়াউবেই চিনবাই গোত্ৰৰ আদি নাৰী আৰু কা-য়াবেই খিনবাই পৰিয়ালৰ আদি জননী। গোত্ৰ বা জনজাতিৰ আদি পুৰুষ বা জননীক বংশাৱলীত যথাযুক্ত স্থানত দেখুৱাব নোৱাৰি। পৰিয়ালৰ আদিজনক বহুত সময়ত বংশাৱলীত দেখুৱাব পৰা যায়। বহুতো সময়ত জনজাতি বা গোত্ৰৰ আদিপুৰুষ বা নাৰীৰ স্থান আখ্যানতে সীমাবদ্ধ।

পূৰ্ব্বপুৰুষজন প্ৰকৃত নে কাল্পনিক তাৰ ওপৰত নিৰ্ভৰ কৰে গোটৰ মানুহবোৰৰ মাজত থকা পাৰস্পৰিক সম্বন্ধ আৰু ব্যৱহাৰ। আত্মীয়তা নিকটৱৰ্ত্তী হলে ব্যৱহাৰো বেলেগ ধৰণৰ হয় অৰ্থাৎ আত্মীয়তাৰ দূৰত্বই পাৰস্পৰিক কৰ্ত্তব্য আৰু দায়িত্বৰ সীমা নিৰ্ণয় কৰে। কোনো এখন বিশেষ সমাজ লৈ এই কথাটো আলোচনা কৰিলে কথাটো বুজিবলৈ উজু হব। কলিকতা বিশ্ববিদ্যালয়ৰ নৃতত্বৰ অধ্যাপক স্বৰ্গীয় তাৰকচন্দ্ৰ দাসে আইমল নামৰ প্ৰাচীন কুকী জনজাতি এটাৰ পৰা দিয়া উদাহৰণটোকে আমি গ্ৰহণ কৰো। মণিপুৰৰ লোগটাক হ্ৰদৰ পূবে পাহাৰৰ ওপৰত আইমলৰ বসতি।

গোটেই আইমল জনজাতিটোৱেই চিত্ৰত দেখুৱাৰ দৰে দুটা প্ৰধান ভাগত বিভক্ত। একোটা ভাগক ইংৰাজীত মোইটি ( Moiety ) বা একাৰ্দ্ধ বুলি কোৱা হয়। মোইটি দুটাৰ কোনো নিৰ্দ্দিষ্ট নাম নাই। কিন্তু এটা মোইটিৰ সামাজিক স্থান উচ্চত আৰু আনটো নিম্নত। প্ৰতিটো মোইটিৰে আকৌ দুটাকৈ উপভাগ আছে। এই উপভাগক ইংৰাজীত ফ্ৰেট্ৰি ( Phratry ) বুলি কোৱা হয়। ফ্ৰেট্ৰিবোৰৰ নিজৰ নিজৰ নাম আছে। প্ৰতিটো ফ্ৰেট্ৰিৰে আকৌ দুটাকৈ গোত্ৰ ( Clan ) আছে। গোত্ৰবোৰৰো নাম আছে। এইখিনিলৈকে ভাগবোৰ সম পৰিমিত অৰ্থাৎ প্ৰতিটো ডাঙৰ ভাগেই দুটাকৈ সৰু ভাগত বিভক্ত। প্ৰতিটো গোত্ৰৰে দুটাতকৈ অধিক বংশ আছে। প্ৰতিটো বংশৰে কেইবাটাও পৰিয়াল থাকে।


জনজাতি
মোইটি
ফ্রেট্রি
গোত্র
বংশ
আইমল
মোইটি : উচ্চ
( নাম নাই )
মোইটি : নিম্ন
( নাম নাই )
চোংথম
চোংথমলাইটা
লাহু
চাই খু
থুবচিং
খোমিব
সুমবুকপু
ভাবায়েন
থিমপু
কুবনাই
লামডিন
লুচাই
ক খ গ ঘ ঙ চ ছ জ ঝ ঞ ট ঠ ড ঢ ণ ত থ দ ধ ন প ফ ব ভ

জনজাতীয় গোটৰ পৰা ঢাপে ঢাপে মূল পৰিয়াল গোটলৈ নামি গলে দেখা যাব গোটৰ মানুহৰ মাজত থকা সম্বন্ধ ক্রমান্বয়ে নিকটবৰ্ত্তী হৈ আহে আৰু শেষত মূল পৰিয়ালৰ অৱস্থা পাওঁতে সম্বন্ধ একেবাৰে আপোন হৈ পৰে। আগতে উল্লেখ কৰি অহা মতে সম্বন্ধ যিমানে নিকটৱৰ্ত্তী হয় পৰস্পৰৰ মাজত সামাজিক দায়িত্বও বেছি হৈ আহে। আইমল পৰিয়ালৰ মাক-দেউতাকৰ কৰ্ত্তব্য হৈছে শিশুক পোহপাল কৰি ডাঙৰ দীঘল কৰা, সিহঁতৰ নিৰাপত্তা আৰু শিক্ষাৰ ব্যৱস্থা কৰা। বিনিময়ত পুত্র-কন্যাই পিতৃ-মাতৃক শ্রদ্ধা কৰে, ভাল পায়, তেওঁলোকৰ কথা মানে। কিন্তু পৰিয়ালতকৈ ডাঙৰ গোটৰ মানুহৰ মাজত এনে বাধ্যবাধকতা নাই। প্রয়োজনত ইজনে সিজনক সহায় কৰে সঁচা, কিন্তু সম্বন্ধ সিমান কটকটীয়া নহয়। গোটৰ আকাৰ বঢ়াৰ লগে লগে বান্ধোন শিথিল হৈ আহে। অৱশ্যে একে গোত্ৰৰ মানুহ হলে সহায় সহযোগ আতিথেয়তা পোৱাৰ আশা আইমল মানুহে ৰাখে। কোনো পূৰ্ব্ব পৰিচয় নথকাকৈয়ে এজন মানুহে আন এখন গাঁৱলৈ গৈ স্বগোত্ৰৰ মানুহৰ ঘৰত নিৰ্ব্বিবাদে আলহী হব পাৰে।

অৱশ্যে সমাজ বিশেষে গোত্ৰৰো কিছুমান ৰাজনৈতিক, অর্থ-নৈতিক, ধৰ্ম্মীয় আৰু সামাজিক কৰ্ত্তব্য আছে। কোনো কোনো আদিবাসী সমাজত গাঁও পৰিষদ গঠন হয় গোত্ৰৰ দ্বাৰা নিৰ্ব্বাচিত সদস্যৰ দ্বাৰা। গোত্ৰৰ মুখীয়াল মানুহেৰে গঠিত নিজস্ব পৰিষদো থাকিব পাৰে। গোত্ৰৰ মানুহৰ মাজত দন্দ-খৰিয়াল হলে গোত্ৰৰ মুখীয়াল লোকে বিচাৰ কৰে। গাঁৱৰ মেলত গোত্ৰৰ মানুহে নিজৰ মানুহৰ প্ৰতি সমৰ্থন জনায়। খাছিয়া সমাজত গোত্ৰৰ নিজস্ব ভূমি-সম্পত্তি থাকে। সেই ভূমিৰ গছ-গছনি আদি সেই গোত্ৰৰ মানুহেহে ব্যৱহাৰ কৰিব পাৰে। গোত্ৰৰ নিজৰ খেতি-পথাৰো আছে। গোত্ৰৰ এইটো অৰ্থনৈতিক দিশ। স্বগোত্ৰ বিবাহ নিষিদ্ধ। গোত্ৰই বিবাহৰ বিধান দি, যৌন সম্বন্ধ ঠিক কৰি সামাজিক দায়িত্ব

পালন কৰে। গোত্ৰৰ পূৰ্ব্বপুৰুষৰ প্ৰতি শ্ৰদ্ধা জনোৱাৰ ব্যৱস্থা বহু আদিবাসীৰ মাজত আছে। সেই পূজাত অকল গোত্ৰৰ মানুহেহে ভাগ লব পাৰে। আকৌ মৃতকক দাহ কৰি অস্থি গোটাই আনি গোত্ৰৰ নিৰ্দ্দিষ্ট স্থানত স্থাপন কৰা ৰীতিও থাছিয়া প্ৰমুখ্যে বহুত জনজাতিৰ মাজত প্ৰচলিত। এইবোৰ গোত্ৰৰ ধৰ্ম্মীয় কৰ্ত্তব্য। এনেবোৰ কৰ্ত্তব্য পালনৰ মাজেৰে গোত্ৰৰ সদস্যসকলৰ মাজত আত্মীয়তাৰ বান্ধ থাকি যায়।

সমাজৰ সকলোতকৈ সৰু আৰু মূল গোট হল পৰিয়াল। শব্দটো নানান অৰ্থত প্ৰয়োগ কৰা দেখা যায়। কিন্তু নৃতাত্বিক অৰ্থত বা সমাজ-বিজ্ঞানীৰ চকুত পৰিয়াল মানে পিতৃ-মাতৃ আৰু সন্তানেৰে গঠিত সৰু সামাজিক গোট এটা। পৰিয়ালৰ বিষয়ে বিশেষ মন কৰিব লগীয়া কথা হৈছে ইয়াৰ সাৰ্ব্বজনীনতা। পৃথিবীৰ বিভিন্ন ঠাইত বাস কৰা সকলোবিধ মানুহৰ মাজতেই পৰিয়াল থকা দেখা যায়। পৰিয়াল নোহোৱা সমাজ পৃথিবীত নাই। প্ৰাচীন কালত আদিম অৱস্থাত অষ্ট্ৰেলিয়াৰ আদিবাসীৰ মাজত থকা দলগত-বিবাহ, উমৈহতীয়াভাৱে সতি-সন্ততিক লালন পালন কৰা প্ৰথাৰ প্ৰচলনে এসময়ত বহুতকেই ভাবিবলৈ বাধ্য কৰিছিল যে সেইবোৰ সমাজত পৰিয়াল সংগঠন নাই। কিন্তু মেলিনোস্কি, ৰেডক্লিফ ব্ৰাউন প্ৰমুখ্যে নৃতাত্বিকবৰ্গৰ গৱেষণাই দেখুৱাইছে যে সেইবোৰ সমাজত যৌন-জীৱন যেনেকুৱাই নাথাকক লাগে পৰিয়াল বুলি প্ৰকৃততে আমি যি বুজো, তেনে ব্যৱস্থাৰ প্ৰচলন তেওঁলোকৰ সমাজতো আছিল।

পৰিয়াল সংগঠনৰ সাৰ্ব্বজনীনতাৰ কাৰণ সহজেই বিশ্লেষণ কৰিব পাৰি। পৰিয়ালৰ সামাজিক আৰু জীৱতাত্বিক প্ৰয়োজন আছে। এই প্ৰয়োজনৰ গুৰিতে হল মাতৃৰ গৰ্ভধাৰণ। গৰ্ভৱতী অৱস্থাত নাৰীৰ প্ৰয়োজনীয় ৰক্ষণাবেক্ষণ আৰু আলপৈচান ধৰাৰ সামাজিক দায়িত্ব আছে। সন্তান ভূমিষ্ঠ হোৱাৰ লগে লগে এই

প্ৰয়োজনীয়তাৰ সামৰণি নপৰে। মানুহৰ কেচুৱাকাল আৰু শৈশৱ তুলনামূলকভাৱে বৰ দীঘলীয়া। এই সময়ত শিশুক আহাৰ যোগাব লাগে, লালন-পালন কৰিব লাগে। শিশু ডাঙৰ হৈ অহাৰ লগে লগে শিশুক সামাজিক শিক্ষা দিয়া, সমাজৰ ঐতিহ্য সংস্কাৰ সকলোবোৰ শিশুৰ মনত সিচি দিয়া, শিশুক ভৱিষ্যতৰ এজন কৰি গঢ়ি তোলা, ইত্যাদি দায়িত্ববোৰ কোনেও অস্বীকাৰ কৰিব নোৱাৰে। এইবোৰ দায়িত্ব লব লাগে পৰিয়ালেই। পৰিয়ালৰ অবিহনত উত্তৰ-পুৰুষে এইবোৰ কথা নাজানিব, এইবোৰ শিক্ষা নাপাব আৰু ফলত পূৰ্ব্বপুৰুষ আৰু উত্তৰ-পুৰুষৰ মাজত যোগসূত্ৰ নাথাকিব, অৰ্থাৎ সমাজৰ ধাৰা অবিৰতভাৱে চলি নাথাকিব। গতিকে পৰিয়াল সমাজৰ অতি প্ৰয়োজনীয় সংগঠন। আন ভাষাত কবলৈ গলে পৰিয়ালবোৰ লগ লাগিয়ে জন্ম দিয়ে সমাজৰ।

মৌলিক পৰিয়ালৰ গঠন আৰু ইয়াৰ বিভিন্নবোৰ প্ৰকাৰৰ মাজত নানান পাৰ্থক্য আছে। অৱশ্যে মূলতে মাক-পিতাক আৰু সন্তানবেই পৰিয়াল গঠিত হয়। এওঁলোকৰ মাজত সামাজিক আৰু মনস্তাত্বিক বান্ধোন থাকে; সকলোৱে একেলগে থাকি একে উদ্দেশ্যে কাম কৰে। এনে পৰিয়ালৰ ব্যৱস্থাও সকলো সমাজতে দেখা যায়। কিন্তু সমাজ বিশেষে পৰিয়ালৰ গঠন বেলেগ হব পাৰে। মাক-দেউতাক বোলোঁতে এটা কথা আহি পৰে। সেইটো হৈছে বিবাহ। গতিকে বিবাহৰ নীতি-নিয়ম অনুসৰি পৰিয়ালৰ গঠনো নানান ধৰণৰ হয়। তদুপৰি গৃহৰ বা পৰিয়ালৰ কৰ্তৃত্ব কাৰ হাতত ন্যস্ত তালৈ লক্ষ্য ৰাখিও বেলেগ বেলেগ ধৰণৰ পৰিয়াল পাব পাৰি। বিয়াৰ পিছত স্বামী-স্ত্ৰীৰ বাসস্থান, বংশৰ ধাৰাৰ প্ৰবাহ, পোষ্য গ্ৰহণ আৰু বিবাহ বিচ্ছেদ ইত্যাদিবোৰেও পৰিয়াল গঠনত প্ৰভাৱ বিস্তাৰ কৰে।

এইখিনিতে কৈ থোৱা ভাল যে সমাজ দুটা প্ৰধান উপাদানেৰে গঠিত। এটা হৈছে সামাজিক গোট আৰু আনটো হৈছে

সামাজিক সংস্থাপন। পৰিয়াল, বংশ, গোত্ৰ আদি সমাজৰ বিভিন্ন গোট। গোটবোৰ কিদৰে লিঙ্গ, বয়স, বাসস্থান, আত্মীয়তা আদিৰ ওপৰত নিৰ্ভৰশীল সেইটো আলোচনা কৰি অহা হৈছে। এইবাৰ আলোচনা কৰা যাওক সংস্থাপনৰ বিষয়ে। পৰিয়াল যেনেকৈ সমাজৰ মূল গোট, তেনেকৈ বিবাহ হৈছে আদি সংস্থাপন। সকলো সমাজতেই পৰিয়াল থকা দেখা যায়। তেনেদৰে সকলো সমাজতে বিবাহ সংস্থাপন আৰু বিবাহ বিধি আছে। পৰিয়াল বিবাহৰ ওপৰত প্ৰতিষ্ঠিত। গতিকে প্ৰথমে বিবাহৰ কথাকেই আলোচনা কৰি চোৱা যাওক।

ইউৰোপত খৃষ্টান ধৰ্ম্মৰ নীতি অনুসৰি, লগতে আইনৰ নিৰ্দ্দেশত এক-বিবাহ প্ৰচলিত। ভাৰতবৰ্ষৰ বৰ্ত্তমান হিন্দু সমাজতো এক-বিবাহহে আইনে স্বীকাৰ কৰে। এক-বিবাহ মানে এজন পুৰুষৰ লগত একে সময়তে এজনী নাৰীৰ বিবাহ বান্ধোন। এনে বিবাহৰ ফলত জন্ম হোৱা লৰা-ছোৱালীক লৈ মাক-বাপেকৰ দ্বাৰা গঠিত হয় সৰল পৰিয়াল। সৰল পৰিয়ালক মুখ্য পৰিয়াল বা মূল পৰিয়াল নামেৰেও অভিহিত কৰিব পাৰি। এইখিনিতে জানি থোৱা ভাল যে সন্তান জন্ম নোহোৱালৈকে অকল বিবাহিত স্বামী-স্ত্ৰী নৃতাত্বিকৰ চকুত পৰিয়াল বুলি গণ্য নহয়।

বহু-বিবাহ দুই প্ৰকাৰৰ। এজন মানুহে একে সময়তে একাধিক নাৰীক পত্নী হিচাপে গ্ৰহণ কৰিব পাৰে। ইয়াৰ বিপৰীতে এজনী তিৰোতাই একে সময়তে একাধিক পুৰুষক স্বামী বৰণ কৰিব পাৰে। প্ৰথম প্ৰকাৰৰ বহু-বিবাহ পৃথিবীৰ বহু ঠাইত প্ৰচলিত। মুছলমান ধৰ্ম্মই এনে ধৰণৰ বহু-বিবাহত সাদৰে সম্মতি দিয়ে। চীনদেশতো এনে বহু-বিবাহৰ প্ৰচলন আছিল। আফ্ৰিকা, ওচেনীয়া আৰু ভাৰতৰ বিভিন্ন আদিবাসী সমাজতো এনে বহু-বিবাহ স্বীকৃত। সমাজৰ নিঃকিন মানুহতকৈ অৰ্থবান মানুহৰ মাজতে এনে বহু-বিবাহ বেছিকৈ প্ৰচলিত। অৱশ্যে তাৰ দ্বাৰা

এইটোকে বুজায় যে এই প্ৰথা অৰ্থবান মানুহৰ মাজতেই সীমাবদ্ধ ; আনবোৰ ইয়াৰপৰা বঞ্চিত।

এজন মানুহে একে সময়তে বহু নাৰীৰ পাণিগ্ৰহণ কৰাৰ কাৰণ কি ? কাৰণ কেইবাটাও। কিছুমানে কব খোজে, বিবিধ অভিজ্ঞতা আৰ্জ্জন কৰা পুৰুষৰ স্বভাৱ। বহুতো নাৰীৰ সঙ্গলাভৰ দ্বাৰা তেওঁলোকে এনে অভিজ্ঞতা লাভ কৰিব খোজে। কিন্তু অকল যৌন সন্তুষ্টিয়েই বহুদাৰ গ্ৰহণৰ কাৰণ নহয়। কেইখনমান আদিবাসী সমাজক লৈ বিচাৰ কৰি চোৱা যাওক, বহু নাৰী গ্ৰহণৰ অনুপ্ৰেৰণাৰ উৎস ক'ত।

আফ্ৰিকাৰ টাঙ্গানিকাৰ ন্যাকোচা আৰু হেহে নামৰ জনজাতি দুটাৰ মাজত বহু-বিবাহৰ প্ৰথা প্ৰচলিত। ১৯৩৬ চনত হোৱা নৃতাত্ত্বিক সমীক্ষাৰ পৰা জনা গৈছে যে শতকৰা প্ৰায় ত্ৰিশজন মানুহৰ একাধিক স্ত্ৰী থাকে। তেওঁলোকৰ সমাজত যৌন-ক্ষুধা নিবৃত্তিৰ বাবেও একাধিক স্ত্ৰীৰ প্ৰয়োজন। অইন জৈৱিক ক্ষুধা নিবৃত্তিৰ দৰে যৌন সন্তুষ্টিও তেওঁলোকৰ মানত স্বাভাৱিক ঘটনা এটা ; সেইটো কামুক স্বভাৱৰ পৰিচয় নহয়। সেই ক্ষুধা নিবৃত্তিৰ বাবে একাধিক স্ত্ৰীৰ প্ৰয়োজন, কিয়নো কেচুৱা জন্ম হোৱাৰ বেচ কিছুদিনলৈ মাক যৌন সম্বন্ধৰ পৰা বিৰত থাকিব লাগে। ন্যাকোচা সমাজত কেচুৱাই মাকৰ গাখীৰ খাবলৈ নেবালৈকে মাকে পুনৰায় গৰ্ভধাৰণ কৰা উচিত নহয়। এই সময়ত স্বামী-স্ত্ৰীৰ অবাধ যৌন-মিলন হোৱাটো সমাজে নিবিচাৰে। এই সময়ছোৱা যথেষ্ট দীঘলীয়া। গতিকে সঙ্গতি থাকিলে পুৰুষে একাধিক স্ত্ৰী গ্ৰহণ কৰে। কিন্তু সেইবুলি যৌন-ক্ষুধা নিবৃত্তিয়ে সদায় মুখ্য কাৰণ নহয়। একাধিক স্ত্ৰী মানে বহু সংখ্যক সন্তানৰ জনক। পুৰুষ-নাৰী উভয়ে সৰহ সংখ্যক ল'ৰা-ছোৱালী বিচাৰে। আকৌ এইবোৰ সমাজত নাৰী পুৰুষৰ সামাজিক বা অৰ্থনৈতিক বোজা নহয়, বৰং সহায়কাৰীহে। যি সমাজত মজুৰি লোৱা শ্ৰমিকৰ অভাৱ, তাত

বহু স্ত্ৰী মানে বহু কৰ্ম্মী। সকলোৱে যৌথ প্ৰচেষ্টাত পৰিয়ালৰ অৰ্থনৈতিক উন্নতি হয়। বহু-নাৰীৰ পতিয়ে সামাজিক প্ৰতিষ্ঠাও লাভ কৰে। তদুপৰি ওপৰোক্ত দুয়োখন সমাজতে গা-ধন দিয়াৰ ব্যৱস্থা আছে। গতিকে পিতাকে বহু সংখ্যক কন্যাদান কৰি গোহালিত গৰু-মহৰ সংখ্যা বৃদ্ধি কৰি ধনী আৰু প্ৰতিপত্তিশালী হয়।

হেহে সমাজত পুৰুষতকৈ নাৰীৰ সংখ্যা বেছি। তাত এক-বিবাহ প্ৰথা প্ৰচলিত কৰিলে এক বৃহৎ সংখ্যক নাৰী অবিবাহিতা হৈ ৰব। যোৱা মহাসমৰৰ পিছত ইংলণ্ড, জাৰ্ম্মানী আদি ঠাইত নাৰীৰ সংখ্যা বেছি হৈ যোৱাত বহু নাৰী অবিবাহিতা হৈ ৰল। কিন্তু হেহে সমাজে নাৰীৰ তেনে অৱস্থা হোৱাটো নিবিচাৰে। একাধিক স্ত্ৰী গ্ৰহণ কৰি সকলো নাৰীকে বিবাহিত জীৱনৰ স্বাদ দিয়ে। নাৰীবো এনে বিবাহৰ প্ৰতি বিশেষ বিৰাগ থকা দেখা নাযায়। তেওঁলোকে স্ব-ইচ্ছাৰে এনে বিবাহত মত দিয়ে। স্যাকোচা সমাজত মানুহ এজনৰ দ্বিতীয়া বা তৃতীয়া ঘৈণী সাধাৰণতে প্ৰথম জনীৰ ভনী বা তেনে ধৰণৰ আত্মীয়া। একে পৰিয়ালৰ পৰা বহুবাৰ স্ত্ৰী গ্ৰহণ কৰি নিজৰ স্ত্ৰী আৰু পৰিয়ালৰ প্ৰতি মানুহজনে সন্তোষ প্ৰকাশ কৰে, শলাগ লয়। সেই পৰিয়ালেও কন্যাদান কৰি মানুহ-জনৰ প্ৰতি শিষ্টাচাৰ দেখুৱায়। অৱশ্যে বিবাহৰ বাবে দুয়ো পক্ষৰে সম্মতি থকাটো প্ৰয়োজনীয় বুলি সমাজে ভাবে। কোনো কোনো সমাজত প্ৰথমা স্ত্ৰীয়েই স্বামীক অনুৰোধ কৰে দ্বিতীয়বাৰ দাৰ গ্ৰহণ কৰিবলৈ; কিয়নো তাৰ দ্বাৰা তেওঁৰ কামৰ বোজা পাতল হ'ব; পৰিয়ালৰ আয়ো বাঢ়িব।

অসমৰ কেইবাটাও জনজাতিৰ মাজত এনে বহু-বিবাহৰ প্ৰচলন এতিয়াও আছে। দক্ষিণ গোৱালপাৰাৰ বাতা গাঁৱলৈ যাওঁতে এই লিখকেই একাধিক স্ত্ৰী থকা বহুতো মানুহক লগ পাইছে। এই মানুহবোৰ তুলনামূলকভাৱে বেচ অৱস্থাপন্ন। একাধিক স্ত্ৰী গ্ৰহণ কৰাৰ কাৰণ প্ৰধানকৈ অৰ্থনৈতিক। তিৰোতাই খেতিৰ কামত

বিশেষ সহায় কৰে। বিৰাট খেতিৰ পথাৰ থকা মানুহৰ বাবে একাধিক স্ত্রী প্রধান সহায়। তদুপৰি পুত্রৰ সংখ্যা বৃদ্ধি হলেও একে ধৰণৰ সহায় হব। সমাজত এনেবোৰ মানুহ প্রতিপত্তিশালী। আনে সমীহ কৰে।

ৰাঙ্কু সমাজত বহু-বিবাহৰ প্রচলন আছে। ৰাঙ্কু সমাজৰ চাৰিটা শ্রেণী আছে, যেনে, ৰাঙহাম, ৰাঙচা, ৰাঙচু আৰু ৰাঙপেন। ৰাঙহাম ৰজাঘৰীয়া। এওঁলোকেই বহু-বিবাহৰ সুফল বেছিকৈ ভোগ কৰে। প্রতি গাঁৱতে একোজনকৈ প্রধান থাকে; তেওঁ ৰাঙহাম নামে পৰিচিত। কেইখনমান গাঁও লৈ একোটা গোট হয়। আগৰ দিনত এনে একোটা গোটৰ মাজত নৰমুণ্ড চিকাৰ কৰা নহৈছিল। প্রত্যিটো গোটতে একোজন মুখ্য ৰাঙহাম থাকে। ৰাঙহামে একাধিক পত্নী গ্রহণ কৰে। পত্নীৰ সংখ্যা কেতিয়াবা কুৰি পচিশ বা ততোধিক হয়। কিন্তু প্রধানা মহিষী বা ৰাণী দুই চাৰি গৰাকীৰ বেছি নাথাকে। এই ৰাণী কেইজনী ৰাঙহাম বা ৰজাঘৰৰ পৰা আহে। বাকীবোৰ স্ত্রী ৰাঙপেন শ্রেণীৰ। ৰাঙপেন কৰ্ম্মী শ্রেণী। এই শ্রেণীৰ পৰা অহা স্ত্রীবোৰো কৰ্ম্মী-স্ত্রী। সিহঁতে পথাৰত, ঘৰত কৰ্ম্মীৰ নিচিনাই কাম কৰি ৰাজভঁৰাল টনকিয়াল কৰে। সামাজিক পদমৰ্য্যাদা আৰু অৰ্থনীতি দুয়োটাই এই প্রথাৰ লগত জড়িত।

এনে ধৰণৰ বহু-স্ত্রীৰে গঠিত পৰিয়ালৰ অৱস্থা কেনে হয়, সেইটো আলোচ্য বিষয়। যদিও বহু স্ত্রী আৰু বহু লৰাছোৱালীৰে পৰিয়ালে বিৰাট আকাৰ ধাৰণ কৰে, তথাপি প্রতিজনী মাকৰ তেওঁৰ সন্তানৰ লগত, স্বামীৰ লগত ঘনিষ্ঠ সম্বন্ধ থাকে। লৰাছোৱালীক সকলোৱে উমৈহতীয়াভাবে লালন পালন কৰে, নিজে নিজৰ সন্তানক বুকুৰ গাখীৰ খুৱায়, আদৰ যত্ন কৰে; সিহঁতৰ ওপৰত অধিকাৰো থাকে। বহুতো সমাজত বহু-বিবাহৰ দ্বাৰা গঠিত পৰিয়াল কেইবাটাও সৰল পৰিয়ালৰ সমষ্টি যেন। গোটেইকেইটা পৰিয়ালৰে উমৈহতীয়া হল পিতাকজন। আফ্রিকাৰ আদিবাসী সমাজত প্রত্তিজন স্ত্রীৰ বাবে

আছুতীয়া ঘৰ থাকে। গিৰিয়েকে ইজনীৰ পিছত সিজনীকৈ প্ৰতিজনীৰ লগত থাকে। হেহে সমাজত প্ৰতিজন সন্তানৰ প্ৰতি পিতাকৰ দায়িত্ব আছে। তেওঁ গৃহৰ কৰ্ত্তা, গতিকে প্ৰতিটো সন্তানকে নিৰাপত্তা দিয়াটো তেওঁৰ কৰ্ত্তব্য। আনকি বিয়া দি উলিয়াই দিয়া ছোৱালীৰ প্ৰতিও পালনীয় কৰ্ত্তব্য থাকে। লৰাৰ বিয়াৰ সময়ত গা-ধন দিবলৈ গৰু-মহ যোগাৰ কৰোতে তেওঁ সক্ৰিয় অংশ গ্ৰহণ কৰিব লাগে। আকৌ ছোৱালীয়ে বিবাহ বিচ্ছেদ কৰিলে গৰু-মহ ঘূৰাই দিয়াৰ কিছু দায়িত্ব পিতাকৰ ওপৰতেই পৰে। তেনেদৰে প্ৰতিজনী মাকৰো নিজৰ সন্তানৰ প্ৰতি কৰ্ত্তব্য আছে। মাকে সন্তানৰ যত্ন লব লাগে। নাবালক সন্তানক নিজৰ লগত ৰাখিব লাগে। বিয়াৰ পিছত পুত্ৰ বেলেগ হলে স্বামীৰ নিৰ্দ্দেশত তেওঁ সিহঁতৰ ঘৰলৈ গৈ সিহঁতক সহায় কৰিব লাগে। ছোৱালীৰ বিবাহত মাকৰো সম্মতিৰ প্ৰয়োজন। জোঁৱায়েকৰ পৰা পোৱা গৰু-মহৰ এক-তৃতীয়াংশ মাকে পায়। আনহাতে পুতেকে শহুৰেকক দিবলগীয়া গৰু-মহৰ এক-তৃতীয়াংশৰ যোগান মাকে ধৰিব লাগে।

ৰাঙুৰ ৰাঙহামৰ ঘৰটো বৰ দীঘলীয়া; পুতলো কম নহয়। ঘৰটোৰ দুয়োকাষে সৰু সৰু খোটালীৰ নিচিনা থাকে। খোটালী ঘৈণীয়েকসকলৰ বাবে। প্ৰধান ৰাণীয়ে বেলেগে ৰন্ধা-বঢ়া কৰি খায়। কৰ্ম্মী স্ত্ৰীৰ বাবেও খোৱা-বোৱাৰ ব্যৱস্থা আছুতীয়া। প্ৰতিজন স্ত্ৰীয়ে গাইগুটীয়াকৈ খাব পাৰে অথবা দুই চাৰিজনীয়ে একেলগ হৈ ৰন্ধা-বঢ়া কৰে।

দ্বিতীয় প্ৰকাৰৰ বহু-বিবাহৰ অৰ্থাৎ এজনী তিৰোতাই একাধিক স্বামী গ্ৰহণ কৰা প্ৰথাৰ প্ৰচলন বৰ বেছি দেখা নাযায়। কেইবিধ-মান মানুহৰ মাজতেই এই প্ৰথা সীমাবদ্ধ। এনেকুৱা ব্যৱস্থাৰ মাজতো তেওঁলোকৰ পৰিয়ালৰ প্ৰকৃত ৰূপ ওলাই পৰে। দক্ষিণ ভাৰতৰ নীলগিৰি পাহাৰত বাস কৰা টোডাসকলৰ মাজত এনে বহু-বিবাহৰ প্ৰচলন আছে। এজন ভায়েকে এজনী ছোৱালীক

স্ত্ৰী হিচাপে গ্ৰহণ কৰাৰ লগে লগে তেওঁ গোটেই কেইজন ভায়েকৰে স্ত্ৰীৰূপে পৰিগণিত হয়। তিৰোতাজনীয়ে গৰ্ভধাৰণ কৰিলে সাধাৰণতে ডাঙৰজন ভায়েকে ধনু-কাঁড় এযোৰ তেওঁক উপহাৰ দি এটা আচাৰৰ অনুষ্ঠান কৰে। তাৰ দ্বাৰা সেই ভায়েকজন সন্তানৰ পিতৃ বুলি পৰিচিত হয়। সকলো প্ৰকাৰ সামাজিক অনুষ্ঠান বা কৰ্ত্তব্য পালনৰ ক্ষেত্ৰতে তেওঁহে পিতৃ। যেতিয়ালৈকে আন এজন ভায়েকে ধনু-কাঁড় দিয়া অনুষ্ঠান নাপাতে তেতিয়ালৈকে সকলোবোৰ ল'ৰা-ছোৱালীৰেই পিতৃত্বৰ অধিকাৰ পায় সেই ভায়েকজনে। পিছত আন এজন ভায়েকে সেই অনুষ্ঠান পতাৰ পিছৰে পৰা তাৰ পিছত হোৱা সকলোবোৰ সন্তানৰ পিতৃ হয়। টোডা সমাজত সন্তানৰ জনকতকৈ সামাজিক-পিতৃৰ স্থান বেছি গুৰুত্বপূৰ্ণ। সামাজিক-পিতৃৰ ভূমিকাৰ প্ৰাধান্য ইমান বেছি যে অইন এজনে সেই আচাৰ পালন নকৰিলে আনকি মৃত্যুৰ পিছতো আগৰ জনকেই পিতৃত্বৰ অধিকাৰ দিয়া হয়।

এসময়ত টোডাবিলাকে কন্যাৰ জন্ম হলে শিশু অৱস্থাতে মাৰি পেলাইছিল। বৃটিছ শাসনৰ তলত অহাত সেই প্ৰথা বন্ধ কৰা হয়। কন্যাক মাৰি পেলোৱাৰ বাবে টোডা সমাজত ছোৱালীৰ অভাৱ। এজনী ছোৱালীকেই বহুতে একেলগে স্ত্ৰী হিচাপে গ্ৰহণ কৰাৰ কাৰণ এয়েই। উত্তৰ ভাৰতৰ জাৰঁচৱাৰ বাৱাৰৰ অধিবাসী সমাজতো এজনী তিৰোতাই একাধিক স্বামীৰ স্ত্ৰী হয়। আৰ্থিক অনাটনেই এই ব্যৱস্থাৰ কাৰণ বুলি কোৱা হয়। ভায়েক কেইজনৰ একেজনী মাত্ৰ ঘৈণীয়েক হলে একেলগে থাকিবলগীয়া হয়। ফলত সম্পত্তি ভাগ ভাগ হৈ নাযায়। প্ৰতিজন পুৰুষে একোজনীকৈ তিৰোতাক পোহপাল দিবও নোৱাৰে। মহাভাৰতৰ পঞ্চপাণ্ডৱে দ্ৰৌপদীক স্ত্ৰীৰূপে গ্ৰহণ কৰাটো এনে বিবাহৰে নিদৰ্শন নহয় জানো?

টোডা সমাজত পিতৃত্বৰ অধিকাৰৰ কথা কওঁতে আন প্ৰশ্ন

আহি পৰে। সন্তানৰ জনক-জননী কোন? মাতৃ-গৰ্ভৰ পৰা সন্তান ওলাই আহে যেতিয়া জননীৰ লগত সন্তানৰ দৈহিক সম্বন্ধ থাকে। কিন্তু মাক সন্তানৰ জীৱতাত্ত্বিক প্ৰকৃতিৰে দৈহিক সম্বন্ধৰ ধাৰণা সকলো সমাজতে একে নহয়। গৰ্ভধাৰণ কেনেকৈ হয়? মাতৃ-গৰ্ভত বৃদ্ধিপ্ৰাপ্ত হোৱা সন্তানৰ জীৱনৰ প্ৰাৰম্ভণ কেতিয়াৰ পৰা হয়—ইত্যাদি বিষয়ে বহুতো মানুহৰেই স্পষ্ট ধাৰণা নাই। আকৌ সন্তানৰ প্ৰতি গৰ্ভত ধাৰণ কৰা মাকৰ দায়িত্ব বা কৰ্ত্তব্যবোধ সামাজিক স্বীকৃতি পোৱা মাকৰ পৰা পৃথক হব পাৰে। কোনো কোনো সমাজত সন্তানবোৰ বাপেকৰ প্ৰথমজনী তিৰোতাৰ প্ৰতি অনুগত হব লাগে। প্ৰকৃত মাকৰ লগত সিহঁতৰ বিশেষ সংশ্ৰৱ নাথাকে। সন্তানৰ প্ৰতি পিতাকৰ কৰ্ত্তব্যৰ কথা আগতে উল্লেখ কৰি অহা হৈছে। আমাৰ সমাজত জন্মদাতা পিতৃয়েই সকলো। সন্তানৰ ভৰণ, পোষণ শিক্ষা-দীক্ষা আদি সকলো প্ৰকাৰৰ সামাজিক দায়িত্ব তেওঁৰ ওপৰতে ন্যস্ত। কিন্তু আমি দেখি আহিছোঁ টোডা সমাজত ধনু-কাঁড় আচাৰ পালন কৰা জনহে পিতৃত্বৰ গৌৰৱৰ অধিকাৰী হয় আৰু সন্তানৰ সমস্ত দায়িত্ব মূৰ পাতি লয়। আচল জন্মদাতা পিতৃৰ কোনো পৰিচয় নাথাকে। আফ্ৰিকাৰ আদিবাসীৰ মাজতো অনুৰূপ ব্যৱস্থা দেখা যায়। সদায়ে জন্মদাতা পিতৃজনেই সন্তানৰ দায়িত্ব নলয়। সামাজিক-পিতৃ সন্তানৰ জনক নহবও পাৰে।

অষ্ট্ৰেলিয়াৰ আদিবাসী আৰু ট্ৰোব্ৰিয়ান্দৰ অধিবাসী সমাজত জনক-পিতা আৰু সামাজিক-পিতাৰ মাজত থকা পাৰ্থক্যৰ চূড়ান্ত নিদৰ্শন দেখা যায়। ট্ৰোব্ৰিয়ান্দৰ অধিবাসীৰ বিষয়ে মেলিনোস্কিয়ে আমাক ভালদৰে জানিবলৈ দিছে। তেওঁৰেতৰ পিছত আন কেইবাজনো নৃতাত্ত্বিকেও তেওঁলোকৰ বিষয়ে অধ্যয়ন কৰি একে ধৰণৰ তথ্যই সংগ্ৰহ কৰিছে। ট্ৰোব্ৰিয়ান্দৰ আদিবাসী সন্তানৰ জন্ম দিয়াত পিতৃৰ ভূমিকা সম্বন্ধে একেবাৰে অজ্ঞ। তেওঁলোকে

জানিব নোখোজে যে সন্তানৰ জন্মত পিতাকৰো কিবা অৱদান থাকিব পাৰে। তেওঁলোকৰ মতে যৌন সম্বন্ধ একমাত্র আনন্দ উপভোগৰ বাবে; প্রজননৰ লগত তাৰ কোনো সম্বন্ধ নাই। পূৰ্ব্বপুৰুষৰ অশৰীৰি দেহে তিৰোতাৰ গৰ্ভত সন্তান দিয়ে। তিৰোতা গৰ্ভৱতী হয়। পিতাকৰ কাম মাত্র 'জন্মৰ পথ মুকলি কৰা', আৰু সেই পথেৰে সন্তান ওলাই আহে। খৃষ্টিয়ান মিশ্যনেৰীসকলৰ সংস্পৰ্শলৈ আহিও তেওঁলোকে সেই অভিনৱ ধাৰণা এৰিব নোখোজে। ইয়াৰ কাৰণ নৃতাত্বিকে বিশ্লেষণ কৰিছে। তেওঁলোকৰ সমাজত সন্তান মাতৃত্বৰ বংশেৰে পৰিচিত। সম্পত্তিও মাতৃৰ শাৰীতে হস্তান্তৰিত হয়। সমাজে মাতৃৰ এই অধিকাৰৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰে।

প্রজননত পিতৃৰ ভূমিকা অস্বীকাৰ কৰা আৰু মাতৃৰ অধিকাৰৰ ওপৰত বিশেষ জোৰ দিয়া দেখি আমাৰ ধাৰণা হব পাৰে যে সেই সমাজত মাক আৰু সন্তানেৰে গঠিত কিছুমান সৰু সৰু অসম্পূৰ্ণ পৰিয়াল আছে, য'ত পিতৃৰ কোনো স্থানেই নাই। কিন্তু কথাটো সঁচা নহয়। প্রজননত পিতৃৰ অৱদানক অস্বীকাৰ কৰিব পাৰে, কিন্তু সামাজিক কৰ্ত্তব্য পালনত পিতৃত্বৰ ভূমিকা অতি প্ৰয়োজনীয়। লৰা-ছোৱালীৰ মানত মাকৰ গিৰিয়েকজন 'আচহুৱা' ব্যক্তি এজন হব পাৰে কিন্তু সন্তানক ভৰণ-পোষণ কৰা, নিৰাপত্তা দিয়া পিতাকৰ কৰ্ত্তব্য। সিহঁতৰ শিক্ষা-দীক্ষাৰ ব্যৱস্থা কৰাৰ দায়িত্ব পিতাকৰ। লৰা-ছোৱালীক সময়ে সময়ে বস্ত্ৰ-বাৰী আদিও দিব লাগে। অথচ মামুহজনৰ উত্তৰাধিকাৰী হল তেওঁৰ ভনীয়েকৰ সন্তানহে। সেই আদিবাসীসকলৰ মতে অবিবাহিতা ছোৱালীয়ে লৰা-ছোৱালীৰ জন্ম দিয়া উচিত নহয়; কিয়নো তেনে লৰা-ছোৱালীক কোলাত লবলৈ কোনো নাথাকিব। অৰ্থাৎ সামাজিক-পিতৃৰ অভাৱত সিহঁতৰ ভৰণ-পোষণ কোনে কৰিব? এই আলোচনাৰ পৰা এইটো কথা ওলাই নপৰেনে যে পৰিয়ালৰ বাহ্যিক ৰূপ সমাজভেদে ভিন ভিন

হব পাৰে, কিন্তু পৰিয়ালৰ মূল কৰ্ত্তব্য বিষয়ত উমৈহতীয়া মৌলিক সাদৃশ্য কিছুমান আছে।

সম্পত্তি ৰক্ষাৰ খাতিৰত কোনো কোনো সমাজত অভিনৱ বিবাহ বিধি দেখা যায়। গাৰো জোঁৱায়েকে শহুৰেকৰ মৃত্যুৰ পিছত শাহুৱেকক বিয়া কৰাবলগীয়াত পৰে; কিয়নো সম্পত্তিৰ অধিকাৰী শাহুৱেক। তেওঁৰ অবিহনত জীয়েক সেই সম্পত্তিৰ অধিকাৰী হোৱাৰ কথা। এনে অৱস্থাত বিধবা শাহুৱেকে যদি অইন কোনো পুৰুষত বিয়া সোমায়, সেই পুৰুষৰ প্ৰৰোচনাত সম্পত্তিৰ হানি-বিঘিনি হোৱাৰ সম্ভাৱনা। তাৰ দ্বাৰা জীয়েকৰ স্বাৰ্থত আঘাত পৰিব। সেইটোত বাধা দিবলৈ শাহুৱেকক বিয়া কৰাই থোৱাটোৱে শ্ৰেয়—সম্পত্তিৰ ক্ষতি হব নোৱাৰে; হস্তান্তৰ হোৱাৰ সম্ভাৱনাও নাই। ককা-আইতাকৰ লগত নাতি-নাতিনীৰ বিয়া হোৱাৰ কথা মধ্যপ্ৰদেশৰ গণ্ডসকলৰ মাজত থকা বুলি জনা যায়। মিজো পাহাৰৰ লাখেৰ সমাজত পুতেকে বিধবা মাহীমাকক আৰু শহুৰেকে বিধবা বোৱাৰীয়েকক বিয়া কৰোৱা প্ৰথা আছে বুলি জনা যায়।

অসমীয়া হিন্দু সমাজত পিতাকৰ ফালে সাত পুৰুষ মুঠিলে আৰু মাকৰ ফালে পাঁচ পুৰুষ পাৰ নহলে বিবাহৰ বিধান নাই। কিন্তু মুছলমান সমাজত পেহীয়েকৰ জীয়েক বা মোমায়েকৰ জীয়েকক বিয়া কৰোৱা প্ৰথা প্ৰচলিত। বহুতো জনজাতি সমাজতো এনে প্ৰথাৰ প্ৰচলন আছে। এনে বিয়া কৰাব পৰাটো বহু সমাজত সৌভাগ্যৰ বিষয়। কিছুমান সমাজত মোমায়েক আৰু শহুৰেকক একেটা শব্দৰে সম্বোধন কৰা হয়। অৰ্থাৎ মোমায়েকজনেই শহুৰেক হয়। এনেদৰে যিমানেই অভিনৱ বা আচহুৱা প্ৰথা নাথাকক লাগে, প্ৰত্যেকটো প্ৰথাৰ বাবেই সামাজিক অনুমোদন থাকে। এই প্ৰথাবোৰৰ লগত সমাজৰ গাঠনিৰ সম্বন্ধ আছে।

আদিবাসী সমাজত পত্নী-সংগ্ৰহ পদ্ধতি বিভিন্ন প্ৰকাৰৰ। কন্যাক গা-ধন দিয়াৰ প্ৰথা বেছি ভাগ ঠাইতে প্ৰচলিত। গা-ধনৰ

পৰিমাণ আৰু প্ৰকৃতি আদিবাসীৰ অৰ্থনৈতিক অৱস্থা ভেদে ভিন ভিন। ভাৰতৰ সাওঁতাল, হো, ওৰাওঁ, খাচিয়া, গণ্ড, নগা, কুকি, ভীল আদি বিভিন্ন আদিবাসীৰ মাজত গা-ধন দি স্ত্ৰী-সংগ্ৰহ কৰা দেখা যায়। আফ্ৰিকাৰ আদিবাসীৰ মাজত থকা এনে প্ৰথাৰ কথা আমি আগতেই পাই আহিছোঁ। গা-ধন প্ৰথাৰ বাবে ভাৰতৰ কোলহানৰ হো সমাজত এসময়ত বিবাহৰ সমস্যাই দেখা দিছিল। পিতাকে বৃহৎ পৰিমাণৰ গা-ধন দাবী কৰাৰ ফলত পঞ্চাশ-ষাঠী বছৰীয়া অবিবাহিতা নাৰীৰে সমাজ ভৰি গৈছিল। সমাজত দুৰ্যোগে দেখা দিছিল। ডেকা লৰা-ছোৱালী উভয়ে খোলাখুলিকৈ এনে অৱস্থাৰ বাবে দায়ী বুলি মাক-দেউতাকক সমালোচনা কৰিবলৈ ধৰিলে। শেষত তেনে পৰিস্থিতিৰ অৱসান পেলোৱাৰ দায়িত্ব নিজৰ হাতত ললে। কোলহান সমাজত হৰণ কৰি বিবাহ কৰা প্ৰথা আছে। ডেকা-ডেকেৰীয়ে সেই সুবিধা ললে। আগতেই মনে মনে বিয়াৰ বন্দৱস্ত কৰি থয়, তাৰ পিছত এদিন জোৰ কৰি হৰণ কৰি লৈ যায়। সকলো যুবক-যুৱতীৰে ইয়াত সমৰ্থন থাকে যেতিয়া প্ৰকৃততে হৰণ নহৈ হৰণৰ ভাওনা যেনহে হয়। এতিয়া হো সমাজত এই পদ্ধতিৰে পত্নী-সংগ্ৰহ কৰা প্ৰথাটো জনপ্ৰিয় হৈ উঠিছে। তাৰ দ্বাৰা অবিবাহিতৰ সমস্যাও দূৰ হৈছে।

কইনা হৰণ কৰি স্ত্ৰী ৰূপে গ্ৰহণ কৰা প্ৰথা সাওঁতাল, মুণ্ডা, ভূমিজ আদি জনজাতিৰ মাজতো প্ৰচলিত। কোনো কোনো ক্ষেত্ৰত অভিভাৱকে বিয়াৰ বন্দৱস্ত কৰিলেও ছোৱালীৰ অভি-ভাৱকে নিৰ্দ্দিষ্ট দিনত ছোৱালীক হৰণ কৰি লৈ যাবলৈ ভাবী জোঁৱায়েকক অনুৰোধ কৰে। তাৰ দ্বাৰা কইনাৰ লগতে মাক-দেউতাকৰ মৰ্য্যাদা বাঢ়ে।

গা-ধন দিয়াৰ পৰিবৰ্ত্তে বিয়াৰ আগতেই লৰাই শহুৰেকৰ ঘৰত গাবে খাটি দিয়াৰ ব্যৱস্থাও আছে। মণিপুৰৰ পুৰুম কুকী সমাজত এই প্ৰথাবেই প্ৰাধান্য বেছি। ছোৱালী পলুৱাই নি বিয়া কৰাও

দেখা যায়। সাওঁতাল সমাজত অভিনৱ প্ৰথা এটাৰ প্ৰচলন আছে। ছোৱালীয়ে দৰা পছন্দ কৰি দৰাৰ মত নাপালে এদিনাখন নিজে গৈ দৰাৰ ঘৰত সোমাই থাকে। দৰাঘৰৰ মানুহে গালি-শপনি দি, ঠেলা-ঢকা দি, ঘৰত জলকীয়াৰ ধোঁৱা দি ছোৱালীক উলিয়াই পঠাবলৈ চেষ্টা কৰে। ইমান অত্যাচাৰ কৰিও যেদি পঠাব নোৱাৰিলে লৰাই বিয়াত সম্মতি দিয়ে। কন্যা-হৰণৰ বিপৰীত দেখা যায় গাৰো সমাজত। কোনো কোনো সময়ত গাৰো ডেকাক জোৰ কৰি ধৰি লৈ আহে।

গোট যি ধৰণৰেই নহওক লাগে, তাৰ ধাৰা অবিচ্ছিন্ন ৰাখিবলৈ, ৰীতি-নীতি, নিয়ম-কানুন যুগে যুগে প্ৰবাহিত হবলৈ সদায়ে সকলোৱে ইচ্ছা কৰে। এজন মানুহ মৰিলে তেওঁৰ সা-সম্পত্তি বাৰ ভূতে লুটি-পুটি খাই নষ্ট কৰাটো কোনেও নিবিচাৰে। সমাজৰ নিয়ম অনুসৰি আন এজনে সেই সম্পত্তিৰ অধিকাৰী হয়। সমাজৰ এইবোৰ ব্যৱস্থা নিয়ন্ত্ৰিত হয় কিছুমান নীতিৰ দ্বাৰা। তেনে সামাজিক নীতি-নিয়ম অনুসৰিও বিভিন্ন ধৰণৰ সমাজ পাব পাৰি।

এই প্ৰসঙ্গত পাঁচটা কথালৈ মন দিব লাগে। কুল বা বংশ-পৰিচয়, উত্তৰাধিকাৰ সূত্ৰ, স্থলাভিষিক্ত, কৰ্তৃত্ব আৰু বিবাহোত্তৰ নিবাস। মানুহ এজন জন্মগ্ৰহণ কৰাৰ লগতে কোনো এটা বংশ বা কুলৰ অন্তৰ্ভুক্ত হয় আৰু তাৰ দ্বাৰা অইনৰ লগত আত্মীয়তা স্থাপন হয়। কোনো পদমৰ্য্যাদা বা আসন পোৱা ক্ৰিয়াক স্থলাভিষিক্ত বুলি কোৱা হয়। পাৰ্থিৱ সম্পদ পায় উত্তৰাধিকাৰ সূত্ৰে। যিবোৰ সমাজত এইবোৰ মাইকী মানুহৰ ফালৰ পৰা আহে, সেইবোৰ সমাজক মাতৃ-প্ৰধান সমাজ আখ্যা দিয়া হয়। ইয়াৰ বিপৰীতে পিতৃ-প্ৰধান সমাজ পাব পাৰি। পিতৃ-প্ৰধান সমাজত গোটৰ কৰ্তৃত্ব পুৰুষৰ হাতত ন্যস্ত আৰু কৰ্তৃত্ব পুৰুষ ফালেৰেই আহে। মাতৃপ্ৰধান সমাজত গৃহকৰ্ত্ৰী মাইকী মানুহ। মাতৃপ্ৰধান

সমাজত বিবাহৰ পিছত ছোৱালী শহুৰৰ ঘৰলৈ নাযায়; কিন্তু পিতৃ-প্ৰধান সমাজত পুৰুষে বিয়া কৰাই ছোৱালীক ঘৰলৈ লৈ যায়।

মেলানেচীয়া, মধ্য আফ্ৰিকা, উত্তৰ আমেৰিকা আদি ঠাইত মাতৃপ্ৰধান সমাজৰ নিদৰ্শন দেখা যায়। এনে সমাজৰ আদৰ্শ উদাহৰণ অসমৰ খাছীয়া সমাজ। আগতেই উল্লেখ কৰি অহা হৈছে খাছীয়া সমাজত বংশ পৰিচয়ে মাতৃধাৰা মানি চলে অৰ্থাৎ ল'ৰা-ছোৱালী মাকৰ বংশেৰে পৰিচিত হয়। খাছীয়া সমাজত সম্পত্তিৰ উত্তৰাধিকাৰী হয় স্নুমলীয়া জীয়েক। অন্য জীয়েকেও কিছু সম্পত্তি পাব পাৰে। খাছীয়া ৰাজ্যবোৰৰ প্ৰধানজনক চিয়েম বুলি কোৱা হয়। চিয়েমজন পুৰুষ। কিন্তু চিয়েমৰ মৃত্যুৰ পিছত পুতেক চিয়েম হব নোৱাৰে; তেওঁৰ ভনীয়েকৰ পুতেকহে চিয়েম হব। গতিকে স্থলাভিষিক্ত হয় মাতৃধাৰা মানি। গৃহৰ কৰ্ত্ৰী মাক। মাকৰ নিৰ্দ্দেশ মতে গৃহ পৰিচালিত হয়। বিবাহৰ পিছত খাছীয়া ছোৱালী স্বামী-গৃহলৈ নাযায়। স্বামীহে স্ত্ৰীৰ ঘৰত থাকিবলৈ আহে। জয়ন্তীয়া সকলৰ এই ব্যৱস্থা অলপ বেলেগ। তেওঁলোকৰ সমাজত স্বামী-স্ত্ৰী বিবাহৰ পিছতে একেলগে নাথাকে। প্ৰত্যেকে নিজৰ নিজৰ ঘৰত থাকে। মাত্ৰ ৰাতি স্বামী-স্ত্ৰী মিলিত হয় স্ত্ৰীৰ ঘৰত। অসমৰ গাৰোসকলেও মাতৃ-প্ৰধান সমাজ ব্যৱস্থা মানি চলে।

বংশ গোট আৰু গোত্ৰৰ কথা আগতে উল্লেখ কৰি অহা হৈছে। মাতৃ-প্ৰধান আৰু পিতৃ-প্ৰধান সমাজ অনুসৰি এইবোৰৰ প্ৰকৃতিও বেলেগ বুলি ওপৰৰ আলোচনাৰ পৰাই ওলাই পৰিছে। এইখিনিতে সম্বন্ধৰ দ্বাৰা গঠিত গোট আৰু বাসস্থানৰ ওপৰত ভিত্তি কৰি গঢ়ি উঠা গোটৰ মাজত থকা সম্বন্ধৰ বিষয়ে চমু আলোচনা কৰা যাওক। বহুতো সময়ত এই দুয়োবিধ গোটৰ দ্বাৰাই একেবোৰ মানুহকেই বুজোৱা হয়। গাইগুটীয়া সৰল পৰিয়ালবোৰ সমাজৰ মূল উপাদান। মূল পৰিয়ালৰ আকাৰ বৃদ্ধি হৈ ডাঙৰ পৰিয়ালত পৰিণত হব

পাৰে। পূৰণি হিন্দু সমাজৰ একান্নবৰ্ত্তী পৰিয়ালেই তাৰ উদাহৰণ। একান্নবৰ্ত্তী পৰিয়ালৰ পৰিসৰ বৃদ্ধি হৈ চম্ভালিব নোৱাৰা হলে বা অইন কিবা কাৰণতো পৰিয়াল ভাগ ভাগ হৈ যায়। বহুত সময়ত এই ফালৰি কাটি অহা পৰিয়ালবৰ্গ মূল পৰিয়ালৰ ওচৰে-পাজৰে থাকিবলৈ লৈ এটা চুবুৰিৰ পত্তন কৰে। চুবুৰি ডাঙৰ হৈ গাঁৱত পৰিণত হব পাৰে। তেতিয়া চুবুৰি বা গাঁৱৰ গোটেইবোৰ মানুহেই সম্বন্ধীয়া হব।

আকৌ এখন গাঁৱত কেইবাটাও গোত্ৰৰ মানুহ থাকিব পাৰে; তেনেকৈ এটা গোত্ৰৰ মানুহে বিভিন্ন গাঁৱত সিচৰিত হৈ থাকিব পাৰে। সক গোটৰ মানুহৰ মাজত দৈনন্দিন জীৱনত অৰ্থনৈতিক ক্ষেত্ৰত যি সহযোগিতা দেখা যায়, ডাঙৰ গোটত তাৰ অভাৱ দেখা যায়। কিন্তু কিছুমান সামাজিক অনুষ্ঠান যেনে—জন্ম, দীক্ষা-গ্ৰহণ, বিবাহ, মৃত্যু, ধৰ্ম্মীয় অনুষ্ঠান আদিৰ গোট ডাঙৰ হলেও সহযোগিতা কৰা দেখা যায়। এক গোত্ৰ হলে পৰস্পৰৰ মাজত কেনে সামাজিক সম্বন্ধ থাকে সেই বিষয়ে আগতেই উল্লেখ কৰি অহা হৈছে।

কোনো কোনো আদিবাসী গাৱঁত গাৱঁৰ মানুহৰ মাজত সম্বন্ধ বিচাৰি বিবুধিত পৰিব লাগে। এজন কম বয়সীয়া লৰাই হয়তো এজন বয়সস্থ ব্যক্তিক দেখুৱাই কব—তেওঁ মোৰ লৰা। লৰা এজনে সকলোকে ভাই বুলি কোৱা দেখি পৰিয়ালৰ সংখ্যাৰ কথা ভাবি বিপাঙত পৰিব লগীয়া হয়। ইয়াৰ কাৰণ হল, লৰাজনে 'ভাই' শব্দৰ দ্বাৰা তেওঁৰ আপোন ভায়েককে বুজোৱা নাই, অথবা ওচৰ সম্বন্ধীয়া ভায়েককো বুজোৱা নাই; বুজাইছে তেওঁৰ পুৰুষৰ সকলোবোৰ লৰাকে যাৰ লগত হয়তো সম্বন্ধ বিচাৰি উলিওৱা সহজ কথা নহয়। এনে ধৰণৰ সম্বন্ধৰ দ্বাৰা তেওঁলোকে শ্ৰেণী বা স্তৰ বা পুৰুষ বিভাগ কৰে। এক পুৰুষৰ সকলো মানুহেই হয়তো পিতা বা খুৰা। কিন্তু এটা কথা, তেওঁলোকে যদিও সকলোকেই ভাই বা খুৰা বুলিছে, তেওঁলোকে জানে প্ৰকৃত ভাই বা খুৰা

কোনজন, কোনজনৰ লগত কি সম্বন্ধ। সেই অনুসৰি পাৰস্পৰিক ব্যৱহাৰো বিভিন্ন ধৰণৰ হয়। অশৌচ পালন কৰা, সমূহীয়া কামত ভাগ লোৱা ইত্যাদি বিষয়তো এই সম্বন্ধই মানি চলে।

সমাজৰ গাঠনি বুলিলে নানান কথা আহি পৰে। সকলোবোৰ বিষয়ে বিশদ আলোচনা কৰা সম্ভৱ নহয়। সমাজৰ গাঠনি সম্বন্ধে থুলমূলকৈ আভাস এটা দিবলৈহে যত্ন কৰা হৈছে। তথাপি এইখিনিতে দুটা মূল নীতিৰ উল্লেখ কৰি থোৱা ভাল। তাৰে এটা হৈছে বিশেষজ্ঞ বা বাব আৰু আনটো হৈছে পদমৰ্য্যাদা বা খিতাপ।

আদিবাসীৰ অৰ্থনীতি আলোচনা কৰোঁতে দেখি অহা হৈছে যে আদিবাসী সমাজত অৰ্থনীতি বা ব্যৱসায় ক্ষেত্ৰত বিশেষজ্ঞ শ্ৰেণীৰ অভাৱ। কিন্তু মেজিক-ধৰ্ম্মীয় কাম কৰিবলৈ বা দৰব-জাতি দিবলৈ বিশেষজ্ঞ কিছুমান থাকে। সকলো মানুহেই মেজিক-ধৰ্ম্মীয় ৰীতি-নীতিবোৰ নেজানে। বেমাৰ-আজাৰ হলে চিকিৎসা কৰিব নোৱাৰে। ৰাঙু সমাজৰ পৰাই উদাহৰণ দিয়া যাওক। কোন বছৰ কোন ঠাইত ঝুম পথাৰ মুকলি কৰিব সেইটো কণী ভাঙি মঙ্গল চাই ঠিক কৰে। সেই উপলক্ষে কণী ভাঙি মঙ্গল চাই দিয়াৰ দায়িত্ব 'অপা'ৰ। অকল অপাইহে সেই কাম কৰিব পাৰে। অপাই নিজৰ পুতেকক সেই বিদ্যা শিকাই থৈ যায়। অপা হোৱাটো কেইটামান পৰিয়ালৰ মাজতেই সীমাবদ্ধ। ৰাঙুসকলে আগৰ দিনত নৰমুণ্ড চিকাৰ কৰিবলৈ যোৱাৰ আগতেও কণী ভাঙি মঙ্গল চাইছিল। এইবাৰ মঙ্গল চাই দিয়ে টুলাৰাম বংশৰ মানুহে। এইটো টুলাৰাম বংশৰ জন্মস্বত্ব যেন। গতিকে প্ৰতিখন গাঁৱতে এসময়ত টুলাৰাম বংশৰ মানুহ থাকিব লাগিছিল। সকলোবোৰ আদিবাসী সমাজৰ পৰাই এনে ধৰণৰ নানান উদাহৰণ দিব পাৰি। এনে ধৰণৰ বিশেষজ্ঞ-সকলে উপযুক্ত সময়ত সমাজত মান-সম্মান পায়।

পদমৰ্য্যাদা বা সমাজত বিশেষ স্থান বংশগতি সূত্ৰেও পাব পাৰে; নিজে আহৰণ কৰিও লব পাৰে। খাছীয়া সমাজত চিয়েমৰ বিশেষ

পদমর্য্যাদা আছে, স্থান আছে। চিয়েম বংশগতি সূত্রে হয়। ৰাঙুসকলৰ ৰাঙহাম পদো বংশগত। ৰাঙু সমাজত আনকি বংশগত সামাজিক বিভাগেই আছে। আগতেই উল্লেখ কৰি অহা ৰাঙপেন-বোৰ কৰ্ম্মীৰূপে পৰিগণিত। তেওঁলোকৰ সামাজিক স্থান ৰাঙহাম বিভাগৰ মানুহৰ সমানে নহয়। চিয়েম বা ৰাঙহাম পদ অকল ৰাজনৈতিক নহয়; সামাজিক গাঠনিৰ লগত এইবোৰৰ বিশেষ সম্বন্ধ।

ৰাঙু সমাজত আৰু বিভিন্ন নগা সমাজত নৰমুণ্ড চিকাৰী বীৰে সমাজত বিশেষ স্থান অধিকাৰ কৰে। নৰমুণ্ডৰ সংখ্যাৰ লগে লগে তেওঁলোকৰ সম্মানো বাঢ়ে। এই সম্মান পুৰুষে নিজৰ বল-বীৰ্য্যৰ দ্বাৰা আহৰণ কৰি লব লাগে। এনে সম্মান চিৰদিনলৈ ৰাখিবলৈ ৰাঙুপুৰুষে মুখত আৰু গাত উল্কি দিয়ে। উল্কিবোৰে সাক্ষী দিয়ে সেই পুৰুষৰ নৰমুণ্ড অভিযানৰ সাফল্যৰ। কোনো কোনো নগা গাঁৱত ঘৰটোলৈ চায়ে জনা যায় গৃহস্বামীৰ সামাজিক প্ৰতিষ্ঠাৰ কথা। ডাঙৰকৈ ভোজ পাতি সমাজক খুউৱা লোকে বিশেষ ধৰণে ঘৰ অলঙ্কৃত কৰাৰ অধিকাৰ পায়।

---

## পঞ্চম অধ্যায়

# আচৰণ বিধি

আদিবাসী সমাজৰ গাঠনি আৰু অৰ্থনৈতিক দিশ সম্বন্ধে আলোচনা কৰোঁতে আমি দেখি আহিছো যে তেজৰ সম্বন্ধ, সমবয়স, উমৈহতীয়া বাসস্থান আদি বিভিন্ন কাৰণত মানুহে গোট গঠন কৰে। গোটৰ মানুহৰ মাজত সামাজিক বান্ধোন থাকে আৰু তাৰ দ্বাৰা সমাজ পৰিচালিত হয়। এই একেবোৰ কাৰণতেই সমাজত বিবাদ, যুদ্ধ-বিগ্ৰহেও দেখা দিব পাৰে। বয়সৰ তাৰতম্য থকা বুঢ়া আৰু যুৱকদলৰ মাজত বিৰোধ হ'ব পাৰে; ওচৰ-চুবুৰীয়াৰ লগত হাই-কাজিয়া হ'ব পাৰে; সম্পত্তিৰ উত্তৰাধিকাৰীৰ মাজত মতানৈক্য হ'ব পাৰে; অৰ্থনৈতিক বৈষম্যৰ বাবে ইজনে সিজনক হিংসা কৰিব পাৰে; অথবা যৌন জীৱনতো ঈৰ্ষাই স্থান লব পাৰে। এনে অৱস্থাৰ সৃষ্টি হোৱাটো খুবেই স্বাভাৱিক। উমৈহতীয়া স্বাৰ্থৰ বাবে মানুহৰ মাজত যেনেকৈ একতাৰ ভাব দেখা যায়, তেনেদৰে স্বাৰ্থত আঘাত লাগিলে একে গোটৰ মানুহৰ মাজত অথবা বিভিন্ন গোটৰ মাজত বিৰোধেও দেখা দিয়ে।

বিৰোধ, ঈৰ্ষা, মতানৈক্য আদিয়ে সঘনে মানুহৰ মাজত দেখা দিলে সমাজত ভাঙোন আৰম্ভ হ'ব। সমাজত স্বাভাৱিক জীৱন-যাত্ৰাৰ প্ৰতিকূল অৱস্থাৰ সৃষ্টি হ'ব। গতিকে সমাজ-ব্যৱস্থা অব্যাহত ৰাখিবলৈ মানুহে নিৰ্দ্দিষ্ট আচৰণবিধি মানি সমাজত বসবাস কৰিব লাগিব যাতে সামাজিক সম্প্ৰীতি অক্ষুণ্ণ থাকে। এতিয়া প্ৰশ্ন হৈছে, মানুহৰ ব্যক্তিগত আচৰণ কিহৰ দ্বাৰা নিৰ্দ্দেশিত বা পৰিচালিত হয়, কি শক্তিয়ে মানুহক সু-আচাৰসম্পন্ন কৰে, কেনেদৰে সুপথত বিচৰণ

কৰি মানুহে সমাজৰ বান্ধোন শিথিল হ'বলৈ নিদিয়ে। এই সকলো-বোৰৰ গুৰিতে হ'ল কিছুমান আচৰণবিধি, যিবোৰৰ শ্ৰেণীবিভাগ কৰা বৰ সহজ নহয়। তথাপি সাধাৰণভাৱে কবলৈ গলে আচৰণবিধিবোৰ প্ৰতিষ্ঠিত হয় সামাজিক দস্তুৰ বা ৰীতি, নৈতিকতা, আইন-কানুন, ধৰ্ম্ম, ৰুচি আদিৰ ওপৰত ভিত্তি কৰি।

মানুহে কি কৰা উচিত আৰু প্ৰকৃততে মানুহে কি কৰে, দুটাৰ ভিতৰত পাৰ্থক্য আছে। কোনে কিমান আচৰণবিধি মানে তাৰ পৰিসংখ্যা লৈ চালে দেখা যাব, পালনীয় বুলি বিবেচিত আৰু প্ৰকৃততে পালিত দুটা সংখ্যা একেবাৰে একে নহয়। আদিবাসী সমাজত দুটা সংখ্যাৰ মাজত পাৰ্থক্য বেছি নহয়। পাৰ্থক্য যিমানে কম হয়, বুজিব লাগিব সিমানে সেই সমাজত মানুহে নিৰ্দ্দিষ্ট আচৰণবিধি মানি চলে। অধিক সংখ্যক লোকে যিদৰে আচৰণ কৰে, সেইটোকে সকলোৱে মানি চলা উচিত।

আন এটা কথা। ইমানবোৰ নিয়ম-কানুন থকাতো শিক্ষিত সমাজতো শিক্ষিত লোকে সকলোবোৰ নিয়ম মানি চলেনে? মটৰ-চালকে পঁচিশ কিলোমিটাৰ বেগেৰে গাড়ী চলাবলৈ নিৰ্দ্দেশ দিয়া চাইনবোৰ্ডখন দেখিও চল্লিশ কিলোমিটাৰ বেগেৰে গাড়ী চলাই নাযায় জানো? বিদেশৰ পৰা ঘূৰি আহোঁতে নিয়মৰ অতিৰিক্ত বয়-বস্তু আনি সুবিধা পালে কমকৈ অনা বুলি কব নোখোজে জানো? প্ৰতিবেশীৰ লগত মিলা-প্ৰীতিৰে থাকে জানো? বিধুতি কালত মানিবলগীয়া আচাৰ সকলোৱে মানে নে—ইত্যাদি ধৰণে দেশৰ আইন-কানুন, সমাজৰ ৰীতি-নীতিক অৱহেলা কৰাটো সাধাৰণ কথা যেন হৈ পৰিছে।

এতিয়া স্বাভাৱিকতে প্ৰশ্ন উঠে, আদিবাসী সমাজতো অনুৰূপ আচৰণ-বিধি আছেনে নাই। যদি আছে সেইবোৰৰ বিধান কোনে দিলে? সকলোৱে সেইবোৰ মানি চলেনে? যদি চলে কিয় চলে, আৰু যদি নচলে, তেতিয়া কি কৰা হয়? এইদৰে মনলৈ অহা এনে

এটা প্ৰশ্নৰ যথাযথ উত্তৰ দিয়া সহজ নহয় যদিও আমি এইবোৰ বিষয়ে চমুকৈ আলোচনা কৰি চাব পাৰো।

এসময়ত বহুতেই ভাবিছিল যে আদিবাসী সমাজত আচৰণ-বিধি বুলি একো নাই। যেয়ে যিহকে মন যায় তাকেই কৰে। অথবা যিবোৰ ৰীতি-নীতি আছে সেইবোৰ অন্ধবিশ্বাস ভিন্ন অইন একো নহয়; কোনো কাৰণ নোহোৱাকৈয়ে সেইবোৰ মানি থাকে। যুক্তিৰে বুজাবলৈ চেষ্টা কৰিলেও সেইবোৰ নেৰে। কিন্তু আদিবাসী জীৱন সম্বন্ধে মানুহৰ জ্ঞান বঢ়াৰ লগে লগে এইবোৰৰ বহুত কথাই যে সত্য নহয় সেইটো প্ৰমাণিত হৈছে। পৃথিবীৰ বিভিন্ন ঠাইৰ আদিবাসী সমাজবোৰৰ বিষয়ে নৃতাত্ত্বিক আৰু সমাজ-বিজ্ঞানীসকলে অধ্যয়ন কৰি আহিছে। বহু সংখ্যক কিতাপ ছপা হৈ ওলাইছে। জনা গৈছে যে প্ৰত্যেক সম্প্ৰদায়ৰে সামাজিক জীৱনত শৃঙ্খলা আছে। সামাজিক শৃঙ্খলা এনে এটা বস্তু নহয় যে সকলোৰে অজ্ঞাতে নিজে নিজে ই শৃঙ্খলিত হৈ আছে। শৃঙ্খলিত হয় কিছুমান নিয়মৰ মাজেৰে। ব্যক্তিগত বা সমূহীয়া স্বাৰ্থৰ বাবে নিয়ম প্ৰণয়ন কৰা হয়, তাক মানি চলা হয় আৰু কেতিয়াবা তাৰ বিৰুদ্ধেও যোৱা হয়। মানুহৰ মাজত থকা নিৰ্ভৰশীলতা আদিৰ বাবে এই অলিখিত নিয়ম-বোৰ পুৰুষানুক্ৰমে চলি থাকি এটা বিশেষ পদ্ধতি বা প্ৰণালীত পৰিণত হয়। কোনে কোন সময়ত কি আচৰণ কৰিছিল, তেতিয়া সমাজে কি ব্যৱস্থা ললে ইত্যাদিৰ উদাহৰণবোৰ মনত ৰাখি আলোচনা কৰি নিয়ম আকাৰে সমাজত প্ৰচলিত কৰা হয়।

প্ৰত্যেক সমাজৰে নিজস্ব শিষ্টাচাৰ আছে। ঠায়ে ঠায়ে অভিবাদন প্ৰথাও আছে। টিকোপীয়া সমাজত ইজনে সিজনক সোধে 'কলৈ যোৱা?' উত্তৰত হয়তো কয়, 'এনেয়ে ফুৰিছো।' অথবা কেতিয়াবা প্ৰকৃততে কলৈ যায় সেইটোও কয়। পশ্চিমীয়া সভ্যতাত প্ৰচলিত 'কেনে আছা' বোলাৰ যি অৰ্থ, টিকোপীয়া সমাজত 'কলৈ যোৱা'ৰ সেই একে অৰ্থই। 'কেনে আছা' বুলি যেনেকৈ

আচলতে মানুহজনৰ শাৰীৰিক অৱস্থাৰ খবৰ লোৱা নহয়, তেনেকৈ 'কলৈ যোৱা' বুলি মানুহজন সঁচাকৈ কলৈ যাব সেইটো জনাৰ আগ্ৰহ নাথাকে। কেইটামান শব্দ উচ্চাৰণ কৰি দুজনৰ মাজত থকা পৰিচয় স্বীকাৰ কৰে অথবা দেখা হলে তেনেকৈ মাত দি পৰিচয়ৰ বান্ধ দৃঢ় কৰে। আমাৰ সমাজতো কোনো কাৰণ নোহোৱাকৈ কি খবৰ, কলৈ যোৱা আদিৰে পৰিচিতজনৰ খবৰ নলওঁনে? আগৰ দিনত আফ্ৰিকাৰ বাগান্দা সমাজত বাটত যাকে লগ পায় তাকেই ধন্যবাদ জনাইছিল।

আদিবাসী সমাজতো মানুহৰ ভাল-বেয়া পৰিচয় আছে। কোনজন মানুহ ভাল, কোনজন বেয়া তেওঁলোকে বিচাৰ কৰি চায়। তেনেকৈ কোনটো উচিত বা ভাল কাম, কোনটো অনুচিত বা বেয়া কাম তেওঁলোকে জানে, আৰু সেইমতে মানুহক বা কাৰ্য্যক বিচাৰ কৰে। অৱশ্যে বিশেষণ শব্দৰ অভাৱ হেতুকে ভাল বা বেয়াৰ স্তৰভেদ কৰিব পৰাটো সম্ভৱ নহয়। সমাজৰ আচৰণ-বিধি যিজনে সম্মতিৰে মানি চলি শৃঙ্খলা বজাই ৰখাত সহায় কৰে তেৱেঁই ভাল ব্যক্তি। ইয়াৰ বিপৰীতে মানুহক বেয়া বুলি গণ্য কৰা হয়।

নৈতিকতা সমাজৰ পৰিপ্ৰেক্ষিতত বিচাৰ কৰা উচিত, কিয়নো ইয়াৰ অৰ্থ আপেক্ষিক। আমাৰ চকুত যিটো নৈতিকতা-বিৰুদ্ধ, সেইটো হয়তো কোনো সমাজৰ নীতি হব পাৰে। বিবাহিত জীৱনত যৌন সম্বন্ধক আমাৰ সমাজত বৰ পবিত্ৰ বুলি ভাবে। বিবাহৰ আগতে যৌন কাৰ্য্যত লিপ্ত হোৱা মহাপাপ। নাৰীৰ সতীত্বতকৈ মূল্যবান একো হব নোৱাৰে। কিন্তু পৃথিৱীত এনেকুৱা বহুতো ঠাই আছে য'ত প্ৰাক-বৈবাহিক যৌন-সম্বন্ধ সমাজৰ দ্বাৰা স্বীকৃত। সেই বুলি কিন্তু তাত উচ্ছৃংখলতা নাই, ব্যভিচাৰ নাই। যেয়ে যাকে তাকে লগত যৌন সম্বন্ধ পাতিব নোৱাৰে। সমাজৰ নিৰ্দ্দেশ থাকে কোনে কোনবোৰৰ লগত যৌন-ক্ৰিয়া কৰিব লাগে। এনে অৱস্থাত ছোৱালী অন্তঃসত্বা হলে, সেই পুৰুষে তাইক গ্ৰহণ কৰিব লাগে।

বহুতেই এনে প্ৰাক-বৈবাহিক যৌন সম্বন্ধ ঘৃণাৰ চকুৰে চাব পাৰে, কিন্তু প্ৰখ্যাত নৃতাত্ত্বিক মেলিনোস্কিয়ে ট্ৰোব্ৰিয়ান্দ আদিবাসীৰ উদাহৰণ দি দেখুৱাইছে যে তাৰ দ্বাৰা বিবাহৰ আগতেই ল'ৰা-ছোৱালীয়ে যৌন জীৱনৰ শিক্ষা পায় আৰু তাৰ দ্বাৰা ভৱিষ্যত জীৱনত সহায় হয়। জীৱন-সঙ্গী নিৰ্ব্বাচনতো এই প্ৰথাই বিশেষ ভূমিকা গ্ৰহণ কৰে।

আদিবাসী সমাজতো আইন-কানুন আছে, কিন্তু সেইবোৰৰ সংজ্ঞা দিয়া টান। আমাৰ সমাজত থকা আইন কানুনৰ পৰা সেইবোৰ পৃথক। আদিবাসী সমাজৰ আইন লিখিত নহয়। আমাৰ সমাজৰ নিচিনা আইন প্ৰণয়ন কৰিবলৈ কোনো কেন্দ্ৰীয় সমিতি অথবা বিচাৰ কৰিবলৈ আদালত বা বিচাৰক নাই। কিন্তু তথাপিও আইন আছে, নিয়ম আছে, সেইবোৰ মানি চলাটো সকলোৱে আশা কৰে। সেইবোৰ অমান্য কৰিলে যথোচিত দণ্ড দিয়াৰ ব্যৱস্থাও আছে। আমাৰ সমাজত প্ৰচলিত আইন-কানুন, ধৰ্ম্মীয় নিষেধ, দেশাচাৰ আদিৰ মাজত পাৰ্থক্যৰ সীমাৰেখা টানিব পাৰি। কিন্তু আদিবাসী সমাজত এইবোৰ এনেভাবে সাঙোৰ খাই আছে যে ইটোৰ পৰা সিটোক পৃথক কৰা সহজসাধ্য নহয়। সেই কাৰণে নৃতাত্ত্বিক আৰু সমাজ-বিজ্ঞানীয়ে সমাজত প্ৰৱৰ্ত্তিত আৰু প্ৰচলিত সকলোবোৰ নীতি-নিয়মকেই আৰু সেইবোৰ কেনেকৈ পালিত হয় তাকো অধ্যয়ন কৰে। আইন-কানুন অধ্যয়ন কৰোঁতে এইখিনিতে নৃতাত্ত্বিকৰ মাজত মতবিৰোধে দেখা দিয়ে। মেলিনোস্কি প্ৰমুখ্যে নৃতাত্ত্বিকে আইন-কানুন বুলিলে যিবোৰ শক্তি বা ৰীতি-নীতিৰ দ্বাৰা সমাজৰ বান্ধোন অটুট ৰখা হয় আৰু যিবোৰ নিয়ম দস্তুৰেৰে সেইবোৰ অমান্য কৰাত বাধা দিয়া হয়, সকলোবোৰকে বুজায়। আনহাতে ৰেডক্লিফ-ব্ৰাউন আৰু তেওঁৰ সতীৰ্থসকলে ভাবে যে ৰাজনৈতিক ভিত্তিৰে সংগঠিত শক্তি সমূহকহে আইন-কানুনৰ অন্তৰ্ভুক্ত কৰা উচিত। গডফ্ৰে উইলছনে আকৌ এই দুই বিপৰীত পক্ষৰ অন্তৰ্ৱৰ্ত্তী

স্থান লৈছে। তেওঁৰ মতে কোনো সামাজিক গোটৰ লোকে কোনো বিবাদ বা সমস্যা নিষ্পত্তিৰ অৰ্থে যদি তৃতীয় পক্ষ অৰ্থাৎ তাত সংশ্লিষ্ট নোহোৱা কাৰো সহায় লয়, তেতিয়া তাকেই আইন বুলি কোৱা উচিত। উইলছনে আফ্রিকাৰ ন্যাকাচোবিলাকৰ আইন-কানুন আৰু আচাৰ-ৰীতি সম্বন্ধে অধ্যয়ন কৰিছে। তেওঁ দেখুৱাইছে যে এই জনজাতিৰ মানুহৰ মাজত বিবাদ হলেই দুই পক্ষই বয়স্ক আত্মীয়, বন্ধুস্থানীয় ব্যক্তি বা সম্মানিত প্ৰতিবেশীৰ ওচৰ চাপে। উইলছনৰ মতে এয়ে জনজাতীয় কানুন। কিন্তু কোনো কোনো নৃতাত্বিকৰ মতে এইটো কানুন নহয়, আপোচ মীমাংসাহে। এই সকল নৃতাত্বিকৰ মত মানি ললে মেলানেচীয়া আৰু অষ্ট্ৰেলীয়াৰ যিবোৰ সমাজত বিবাদৰ নিষ্পত্তি সদায় দুই পক্ষই বা সংশ্লিষ্ট ব্যক্তিসকলেহে কৰে, তাত কানুন নাই বুলি কব লাগিব নেকি? যদি কানুনক দেশাচাৰৰ পৰা পৃথক কৰা হয়, তেনে কানুনৰ সংজ্ঞা দিওঁতে আৰু কেইটামান কথালৈ দৃষ্টি দিব লাগিব। নিয়মবোৰ কিমানদূৰ বাধ্যতা-মূলক, কিমানদূৰ আজ্ঞা পালন কৰা হয়, সেইবোৰ নিয়ম যথাৰ্থৰূপে বান্ধি দিয়া হৈছেনে, নিয়মৰ নিৰ্দ্দেশ দিবলৈ কৰ্তৃত্ব কাৰ আছে, সেই কৰ্তৃত্ব কোনে কিমান দূৰ মানি লৈছে, ইত্যাদি নানান প্ৰশ্ন আহি পৰে। কানুনৰ এইবোৰ বিভিন্ন দিশ বা উপাদান। মাত্ৰ এটা দুটা উপাদানেৰে পৰিপুষ্ট হলে কানুন বুলি মানি লব নোৱাৰি। কানুনত নিয়মবোৰ বন্ধা থাকে। কানুন বাধ্যতামূলক, সকলোৱে মানিবই লাগিব। বিশেষৰূপে সংগঠিত সমিতিৰ হাতত কানুন ৰক্ষা কৰা, প্ৰবৰ্ত্তন কৰা, কানুন প্ৰচলন কৰাৰ দায়িত্ব থাকে। কিন্তু সমাজ-বিজ্ঞানীয়ে কানুন বোলোঁতে ইমান কথা বিচাৰ নকৰে। যিবোৰ নীতি, নিয়ম, দস্তুৰ, আচাৰ আদিৰে সমাজ সুশৃঙ্খলিত, সেয়েই সমাজৰ আইন। সেই আইনে সমাজক নিয়ন্ত্ৰিত কৰে, পৰিচালিত কৰে।

সমাজৰ বিধি-বিধান, ৰীতি-নীতিকেই সামাজিক কানুন বুলি

মানি ললেও দুটামান প্ৰশ্ন বৈ যায়। প্ৰথম, বিচাৰ কোনে কৰে; দ্বিতীয়, কেনেকৈ বিচাৰ কৰি ৰায় দিয়া হয় আৰু তৃতীয়, সেই ৰায় কেনেকৈ মানিবলৈ বাধ্য কৰোৱা হয়। আমাৰ দেশত বা ইংলগুত ব্যৱস্থাপক, বিচাৰ সম্বন্ধীয় আৰু প্ৰশাসনীয় ব্যৱস্থাৰ দ্বাৰা আইন প্ৰণালী চালিত ৰখা হৈছে আৰু ইয়াৰ বাবে আছে সদন, বিধান সভা, আদালত আৰু প্ৰশাসনীয় আমোলা—যাক সহায় কৰিবলৈ থাকে পুলিচ ফৌজ। আদিবাসী সমাজৰ আইন প্ৰণালী প্ৰচলিত ৰাখিবলৈ এনেদৰে সুস্পষ্ট বিভাগ নাই, বিভাগীয় কৰ্ম্মচাৰীও নাই। বিশেষভাবে নিয়োজিত কোনো ব্যক্তিয়ে বা সমিতিয়ে মূল নিয়ম-কানুনবোৰ বান্ধি দিয়া নাই। তেওঁলোকে বিশ্বাস কৰে সেইবোৰ আদিৰে পৰা যুগে যুগে চলি আহিছে। তেওঁলোকৰ সমাজত চলি অহা চিৰাচৰিত ৰীতি-নীতিবোৰৰ মাজেৰেই আইনৰ নিয়মবোৰ অভিব্যক্ত হৈ আছে। অৱশ্যে ইয়াৰ দ্বাৰা এইটোকে নুবুজায় যে নিয়ম-কানুনৰ পৰিবৰ্ত্তন নহয়। প্ৰয়োজনৰ খাতিৰত সময়ে সময়ে নতুন নিয়মৰ প্ৰৱৰ্ত্তন কৰা হয়: পুৰণি নিয়মক বাদো দিয়া হয়। সাধাৰণতে আগতে ভাবি নতুন নিয়ম প্ৰৱৰ্ত্তন নকৰে। সমাজত সঘনে দেখা দিয়া সমস্যা আৰু তাৰ সমাধানেই সময়ত নিয়মত পৰিণত হয়। সকলোৱে তাকেই মানিবলৈ লয়।

কিছুমান আদিবাসী সমাজৰ আইন-কানুন বিশ্লেষণ কৰি দেখা গৈছে যে, সেইবোৰ সমাজৰ মানুহৰ মতে কিছুমান নিয়ম অনাদি কালৰে পৰা চলি আহিছে। মানুহৰ জন্ম হোৱাৰ লগে লগে সেইবোৰ আইন প্ৰৱৰ্ত্তিত হল। কোনোৱে ভাবে ভগবানে নিয়ম বান্ধি দিছে, তাক নামানিলে কেনেকৈ হব। কিছুমান আকৌ পূৰ্ব্ব-পুৰুষৰ অস্তিত্বত বিশ্বাসী; তেওঁলোকৰ মতে পুৰণি কালৰে পৰা চলি অহা আইন কানুন সেই পূৰ্ব্ব-পুৰুষসকলৰ দান। এইবোৰ মনত নপৰা দিনৰে পৰা চলি অহা নিয়ম। ইয়াৰ বাহিৰেও কিছুমান আইন আছে, যিবোৰ আগতে কৈ অহাৰ দৰে,

প্ৰয়োজনৰ খাতিৰত প্ৰৱৰ্ত্তন কৰা হয়। সমাজভেদে নায়ক বা পৰিষদে ভেনেবোৰ নতুন নিয়ম চালু কৰে অথবা পুৰণি নিয়ম বদ কৰে।

সমাজৰ শাসন-শৃঙ্খলা আইন-কানুনৰ দ্বাৰা কেনেকৈ অব্যাহত ৰখা হয় সেইটো আলোচনা কৰাতকৈ সামাজিক ৰীতি-নীতিৰ মাজেৰে সামাজিক শৃঙ্খলা কি ভাবে অটুট থাকে সেইটো আলোচনা কৰাহে আমাৰ উদ্দেশ্য। তথাপি দ্বিতীয় বিষয়টোলৈ যোৱাৰ আগতে প্ৰথমটোৰ বিষয়েও চমুকৈ আলোচনা কৰি লোৱা যাওক।

কিছুমান আদিবাসী সমাজ প্ৰজাতান্ত্ৰিক। আকৌ আন কিছুমানত ৰাজতন্ত্ৰ থকা বুলি কব পাৰি। প্ৰজাতান্ত্ৰিক বোলা সমাজত শাসন-ব্যৱস্থাৰ বাবে পৰিষদ থাকে। সামাজিক দিশৰ বিষয়ে আলোচনা কৰোঁতে আমি পাই আহিছোঁ কোনো কোনো আদিবাসী সমাজৰ প্ৰতিখন গাঁৱেই একোটা স্বকীয়া গোট যেন। প্ৰতিখন গাৱঁতে গাওঁ পৰিষদ থাকে। পৰিষদৰ গঠন প্ৰণালী বেলেগ বেলেগ ধৰণৰ হয়। অষ্ট্ৰেলীয়াৰ কোনো কোনো সমাজত গাৱঁৰ বৃদ্ধ লোকসকলে পৰিষদ গঠন কৰি আইন-কানুন চালু ৰাখে। আকৌ প্ৰতি ঘৰৰে মুখীয়াল ব্যক্তিসকলক লৈ গাওঁ পৰিষদ গঠন কৰাৰ উদাহৰণ আছে। গোত্ৰৰ ভিত্তিতো পৰিষদৰ সভ্য নিৰ্ব্বাচিত হব পাৰে। আমি সমাজৰ গাঠনি সম্বন্ধে আলোচনা কৰোঁতে আও নগাসকলৰ সমাজ-ব্যৱস্থাৰ বিষয়ে আলোচনা কৰি আহিছোঁ। পুৰণি আও নগা সমাজত প্ৰতিজন পুৰুষেই জীৱনৰ কোনো এটা সময়ত গাওঁ-পৰিষদৰ সভ্য হৈ আইন-কানুনৰ ৰক্ষক হয়। এনে প্ৰজাতান্ত্ৰিক সমাজত প্ৰয়োজন অনুসৰি পৰিষদৰ বৈঠক বহে, বিবাদ-খৰিয়ালৰ বিচাৰ কৰে, শাস্তি বিহে।

নায়কৰ দ্বাৰা শাসিত সমাজৰ উদাহৰণ বিচাৰি আমি অসমৰ বাহিৰলৈ যাব নালাগে। কিছুদিন আগলৈকে মিজো সমাজৰ

প্ৰতিখন গাৱঁতে একোজন নায়ক আছিল। তেওঁৰ নিৰ্দ্দেশতে সমাজৰ নিয়ম-কানুন চলিছিল। উত্তৰ-পূব সীমান্তৰ বহুতো জন-জাতিৰ মাজত এনে ব্যৱস্থা আছে। ৰাঞ্ছু সমাজত থকা ৰাঙহামৰ উল্লেখ আমি আগতে পাই আহিছোঁ। প্ৰতিখন গাৱঁতে একোজন ৰাঙহাম থাকে। চাৰি পাঁচখনমান গাওঁ লগ লাগি একোটা গোট হয়। মূল গাওঁখনত থকা ৰাঙহামজন মুখ্য নায়ক। গাৱঁৰ সৰু-সুৰা হাই-কাজিয়াৰ বিচাৰ গাৱঁৰ ৰাঙহামেই কৰে। আকৌ দুখন গাৱঁৰ মাজত বিবাদ হলে মুখ্য ৰাঙহামে বিচাৰ কৰে। ৰাঙহামক সহায় কৰিবলৈ গাৱঁৰ মুখীয়াল ব্যক্তি কিছুমান থাকে। তেওঁলোকৰ লগত আলোচনা কৰি ৰাঙহামে ৰায় দিয়ে। প্ৰতিখন থাছীয়া ৰাজ্যত একোজনকৈ চিয়েম আছে, এওঁ ৰজাৰ নিচিনা। এওঁক সহায় কৰিবলৈ, পৰামৰ্শ দিবলৈ কেইবাজনো মন্ত্ৰীৰে গঠিত দৰবাৰ আছে। দৰবাৰত মানুহৰ বিবাদ বিৰোধৰ বিচাৰ কৰি ৰায় দিয়া হয়। মিকিৰ সমাজতো এসময়ত ৰজা আছিল। ৰাজ্যখন কেইটামান গোটত বিভক্ত আছিল। প্ৰতি গোটতে একোজন বিষয়া আছিল। প্ৰধান বিষয়াক সহায় কৰিবলৈ সৰু সৰু আমোলাও আছিল। বিষয়াসকলে বিচাৰকৰ কামো কৰিছিল। আমোলাবোৰে প্ৰায় পুলিচৰ দৰেই বিষয়াক সহায় কৰিছিল।

বিচাৰ পদ্ধতি সমাজ ভেদে আৰু বিষয়ৰ গুৰুত্ব ভেদে ভিন ভিন। বিবাদত সংশ্লিষ্ট দুয়ো পক্ষকে মাতি আনি দুয়ো পক্ষৰে বক্তব্য শুনি নায়কে বা পৰিষদে বিচাৰৰ ৰায় দিয়ে। কোনো কোনো সমাজত সাক্ষী লোৱাৰ ব্যৱস্থাও আছে। আফ্ৰিকাৰ বহুতো ঠাইত বিচাৰৰ সময়ত দুয়ো পক্ষৰে সাক্ষী-বাদী লৈ বিচাৰ কৰা হয়। কোনো কোনো সমাজত নিজৰ নিৰ্দ্দোষিতা প্ৰমাণ কৰিবলৈ পৰীক্ষা দিবলগীয়া হয়। এনেবোৰ পৰীক্ষা অভিনৱ। অভিযুক্ত ব্যক্তিয়ে জুইত হাত সুমুৱাই দেখুৱাব লাগে যে জুয়ে হাত পোৰা নাই। তাৰ দ্বাৰা তেওঁৰ নিৰ্দ্দোষিতা প্ৰমাণিত হয়।

অলপ আগতে উল্লেখ কৰি অহা হৈছে যে আদিবাসীৰ বিচাৰ পদ্ধতি আলোচনা কৰা আমাৰ উদ্দেশ্য নহয়। এইবাৰ সামাজিক দিশত দৃষ্টিপাত কৰা যাওক। আমি জানো যে চুৰি কৰিলে আদালতে শাস্তি দিয়ে। একমাত্ৰ শাস্তিৰ ভয়তহে মানুহে চুৰি নকৰে নে অইন কিবা কাৰণ আছে, সেইটো আলোচ্য বিষয়। শাস্তি ভুগিব লাগিব, জৰিমনা দিব লাগিব, অকল এইবোৰ ভাবিয়েই মানুহে কিছুমান কাম কৰে বা কাম কৰাৰ পৰা বিৰত নাথাকে। ইয়াৰ অন্য কাৰণো আছে। এই কাৰণবোৰ আলোচনা কৰিব লাগিলে আমি প্ৰথমেই এটা কথালৈ মন দিব লাগিব—সেইটো হৈছে সমাজৰ অনুমোদন। অনুমোদন শব্দটোৱে সঠিককৈ কি অৰ্থ প্ৰকাশ কৰে তাৰ প্ৰকৃত সংজ্ঞা দিয়া সহজ নহয়। বিভিন্ন বিষয়ৰ লোকে বিভিন্ন ধৰণে অনুমোদনৰ ব্যাখ্যা কৰিছে। কিন্তু নৃতাত্বিকৰ মানত অনুমোদন শব্দটো বহু অৰ্থব্যঞ্জক। এই শব্দটোৰ মাজত নানান কথা সাঙোৰ খাই আছে। আইনৰ অনুমোদনৰ লগতে সমাজৰ অনুমোদনো বুজিব লাগিব। অনুমোদন বোলোতে আইনৰ লগত জড়িত জৰিমনা, পুৰস্কাৰ, গোচৰ আদি সকলো আহি পৰে। ইয়াৰ বাহিৰে আছে সাধাৰণ সমূহীয়া বা সামাজিক জীৱনৰ কথা। শাসন মানি চলিব লাগিব। কোনো কামত সামাজিক স্বীকৃতিৰ দ্বাৰা উপকৃত হোৱা যাব। এইবোৰতকৈ বেছি শক্তিশালী হৈছে ৰাইজৰ মত, সামাজিক শিক্ষা, নৈতিক দায়িত্ব আদিহে। মানুহ এজনে কোনো কাম কৰোঁতে সেই কাৰ্য্যৰ দ্বাৰা অনতিবিলম্বে কি স্বাৰ্থ পূৰণ হব, সেইটো চোৱাতকৈ অথবা ঠিক সেই মুহূৰ্ত্তত তেওঁ কিদৰে প্ৰলোভিত হৈছে সেইটো বিচাৰ কৰাতকৈ তেওঁ বেছিকৈ ভাবিব তেওঁৰ দ্বাৰা তেনে কাৰ্য্য সাধিত হলে বেলেগ বেলেগ মানুহৰ কি প্ৰতিক্ৰিয়া হব। তেওঁ পূৰ্ব্বৰ অভিজ্ঞতাৰ পৰা বিচাৰ কৰি চাব মানুহে কি কয়, কি ভাবে। মানুহে কি কব বা কি ভাবিব সেই চিন্তাধাৰাই তেওঁক কাম কৰাৰ অনুপ্ৰেৰণা যোগাৰ

অথবা কামৰ পৰা বিৰত ৰাখিব। মানুহজনৰ ব্যৱহাৰ নিয়ন্ত্ৰিত কৰিব এই শক্তিবোৰে। আৰু তাৰ দ্বাৰাই সমাজত শৃঙ্খলা ৰক্ষা কৰা হয়; সমাজত অস্থিৰতাই দেখা নিদিয়ে।

বিভিন্ন দৃষ্টিভঙ্গীৰে অনুমোদনক বিশ্লেষণ কৰি বিভিন্ন ধৰণে অনুমোদনৰ শ্ৰেণী বিভাগ কৰিব পাৰি। অনুমোদন নোহোৱা কাৰ্য্য কৰিলে অনতিপলমে কি ফল ভোগ কৰিব লাগে আৰু দূৰ ভৱিষ্যতে কেনেদৰে ক্ষতিগ্ৰস্থ হব লাগে তালৈ লক্ষ্য ৰাখি অনুমোদনৰ এটা শ্ৰেণী বিভাগৰ লগত পৰিচিত হব পাৰি। অনতি-পলমে ফলভোগৰ লগত সামাজিক নিয়মৰ পোনপটীয়া সম্বন্ধ। কিয়নো নিয়ম ভঙ্গ কৰিলে শাস্তিৰ বিধান হব, ফল হাতে হাতে পাব। আকৌ দূৰ ভৱিষ্যতে ক্ষতিকৰ হোৱাৰ অৰ্থ—মানুহে সদায়ে তেওঁৰ বিষয়ে বেয়াকৈ আলোচনা কৰাৰ ভয়। ভৱিষ্যতে কিবা সুফল ভোগ কৰাৰ পৰাও বঞ্চিত হোৱাৰ সম্ভাৱনা। আন এক দৃষ্টিভঙ্গীৰে চালে ব্যক্তি-বিশেষৰ ব্যক্তিগত কথাৰ লগত অনুমোদনৰ সম্বন্ধ দেখা যায়। অনুমোদনৰ দ্বাৰা সিদ্ধ ব্যক্তিগত স্বাৰ্থ, অনু-মোদনৰ প্ৰতি ব্যক্তিগত অনুৰাগ বা বিৰাগ, অনুমোদনৰ ব্যক্তিগত স্বীকৃতি, নিজস্ব দৃষ্টিভঙ্গী আদি এই প্ৰসঙ্গত আলোচ্য বিষয়। পাৰিবাৰিক বা সামাজিক মঞ্জুৰ বা অমঞ্জুৰ; শাস্তিবিধান, প্ৰতিশোধ আদি মানুহৰ ব্যক্তিগত জীৱনতকৈ সামাজিক জীৱনৰ লগত বেছি জড়িত। আকৌ আন দৃষ্টিভঙ্গীৰে সংগঠিত অনুমোদনক অসংগঠিত অনুমোদনৰ পৰা পৃথক কৰিব পাৰি। তাৰ পিছত পোৱা যায় নৈতিক অনুমোদন। প্ৰতিশোধ গ্ৰহণ, পুনৰুদ্ধাৰ, শাস্তিবিধান আদিৰ বাবেও অনুমোদন আছে। শাস্তিবিধান আৰু পুনৰুদ্ধাৰক আইনসিদ্ধ অনুমোদন বুলিও কব পাৰি। এনেদৰে বিভিন্ন ধৰণৰ অনুমোদনবোৰৰ দীঘলীয়া তালিকা প্ৰস্তুত কৰি, অনুমোদনবোৰক ভাগে ভাগে সজাই বিভিন্ন ধৰণে শ্ৰেণী বিভাগ কৰিব পাৰি। অনুমোদনৰ তালিকা দীঘলীয়া কৰি শ্ৰেণী বিভাগ কৰাতকৈ

আদিবাসী জীৱনত প্ৰচলিত কেইটামান প্ৰধান অনুমোদনৰ লগত পৰিচিত হৈ লোৱা যাওক। এনে ধৰণৰ অনুমোদন অকল আদিবাসী সমাজতহে যে প্ৰচলিত তেনে নহয়, সকলো সমাজতে কোনো কোনো বিষয়ত অনুমোদনৰ ব্যৱস্থা আছে।

'ৰাইজেই ৰজা' বুলি আমাৰ মাজত এটা কথা আছে। ৰাইজৰ মত এটা বৰ ডাঙৰ শক্তি। ৰাইজে কি বুলিব, ৰাইজৰ অনুমোদন আছেনে নাই, সেইটো জনা প্ৰধান কথা। সাধাৰণতে ৰাইজৰ মত সংগঠিতভাবে অভিব্যক্ত নহয়। কিন্তু কোনো কোনো ক্ষেত্ৰত এই অভিব্যক্তিয়ে সংগঠিত ৰূপ লয়। বীৰোচিত কাৰ্য্য প্ৰদৰ্শন, সমাজসেৱা, ন-আবিষ্কাৰ, লেখত লবলগীয়া অৰিহণা আদিৰ বাবে কোনো কোনো লোকক গণতন্ত্ৰ দিৱস উপলক্ষে ভাৰতৰ ৰাষ্ট্ৰপতিয়ে পুৰস্কৃত কৰাৰ মাজেৰে ৰাইজৰ মতেই প্ৰকাশিত হয়। সমাজত প্ৰচলিত ফকৰা-যোজনা আদিৰ মাজেৰেও অভিব্যক্ত হয় ৰাইজৰ মত। অসমীয়া সমাজতো মানুহক নিন্দা কৰোঁতে বা শলাগ লওঁতে ফকৰা-যোজনা আদি প্ৰয়োগ কৰা হয়। মাৱৰী সমাজত ফকৰা-যোজনা মানুহক কামত উদ্দীপনা জনোৱা বা কামৰ পথা বিৰত ৰখা ডাঙৰ শক্তি এটা। ৰাইজে মানুহক গালি-শপনি দি ভৰ্ৎসনাও কৰে। এস্কিমো আৰু টিকোপীয়া সমাজত ভৰ্ৎসনা কৰাৰ বিশেষ পদ্ধতি আছে। তেওঁলোকে মানুহক ঠাট্টা কৰি গান ৰচনা কৰে। টিকোপীয়া সমাজত চোৰক তিৰস্কাৰ কৰা হয়, ধৰা পৰিলে মাৰ শোধোৱা হয়। চোৰ ধৰা নপৰিলে কেতিয়াবা গিৰিহঁতে সম্ভাব্য চোৰক লৈ গান ৰচনা কৰে। সাগৰৰ পাৰত ৰাইজে লগ লাগি সেই গীত গাই নৃত্য কৰে। তেনেকৈ গিৰিহঁতৰ আলাৰ কিছু উপশম হয়। লগতে অজ্ঞাত চোৰক লাজ দিয়া হয়। চোৰাং কাৰবাৰ কৰা, খাত্ত বস্তুত ভেজাল দিয়া গৰ্হিত কাম। তেনেবোৰ মানুহ আইনৰ চকুত, ৰাইজৰ চকুত দোষী। ধৰা-পৰিতে আইনত শাস্তি বিধানৰ ব্যৱস্থা আছে। চোৰাং কাৰবাৰী বা সমাজৰ অহিত

সধা লোকসকলক ৰাইজে অইন একো কৰিব নোৱাৰি সিহঁতক লৈ নাটক লিখি নাট মঞ্চস্থ কৰি সিহঁতক হেয় প্ৰতিপন্ন কৰিবলৈ যত্ন কৰে; সিহঁতৰ প্ৰতি থকা ৰাইজৰ মনোভাব ব্যক্ত কৰে। ৰাইজে সেইবোৰ কাৰ্য্যত অনুমোদন নজনোৱা কথা প্ৰকাশ কৰে। এনে ধৰণে নাটক আদিৰ মাজেৰে ৰাইজৰ মত ব্যক্ত কৰাৰ ব্যৱস্থা সকলো সমাজতে আছে। ৰাইজৰ গৰিহণা পোৱাটো বৰ লাজৰ আৰু অসম্মানৰ বিষয়। ৰাইজৰ প্ৰশংসাহে সকলোৰে কাম্য। ৰাইজৰ ভয়তেই বহুতে বহু কাম কৰে আৰু বহু কাম কৰাৰ পৰা বিৰত থাকে। ৰাইজৰ মত পৃথিবীৰ সকলো সমাজতে বৰ শক্তিশালী অস্ত্ৰ।

পাৰস্পৰিক লেন-দেন, আদান-প্ৰদান বা নিৰ্ভৰশীলতা আন এটা প্ৰধান শক্তি, যিয়ে মানুহক কুকাৰ্য্যৰ পৰা বিৰত ৰাখে আৰু সৎকাৰ্য্য কৰিবলৈ উদগণি যোগায়। কোনো এজনে যদি নিয়ম ভঙ্গ কৰে, অথবা কৰণীয় কৰ্ম্ম নকৰে, তেন্তে তেওঁ দেখিব যে তেওঁৰ প্ৰয়োজনৰ সময়ত অইনেও নিয়ম ভঙ্গ কৰিছে অথবা নিৰ্দ্দিষ্ট কাম কৰা নাই। তাৰ দ্বাৰা মানুহজন বিপদত পৰিব। কোনো সামাজিক নিয়ম ৰক্ষা নকৰাৰ বাবে কোনো এজন হয়তো অতি সোনকালেই ক্ষতিগ্ৰস্ত নহয় কিন্তু সময়ত তাৰ প্ৰতিফল পায়। এতিয়াই কিবা কৰা মানে, ভৱিষ্যতে কিবা সুবিধা পোৱাৰ ব্যৱস্থা কৰি যোৱা। পৰস্পৰৰ মাজত থকা এনে নিৰ্ভৰশীলতা বা আদান-প্ৰদানৰ বাবেই নিজৰ লগত সম্বন্ধ থকা সকলোবোৰ গোটৰ নিয়ম আৰু ৰীতি পালন কৰি সামাজিক স্থিৰতা অক্ষুণ্ণ ৰাখে। বহুত কথা সমাজৰ দস্তুৰ বুলি মনা হয়। মানিবলৈ শিক্ষা দিয়া হয়; নিজেও অভিজ্ঞতাৰ পৰা শিকে। আইন বা নিয়ম বাবেই যে তাক মানি চলিব লাগিব তাৰ কোনো মানে নাই, কিন্তু নিয়ম মানি চলাটো যুক্তিসঙ্গত আৰু উচিত বাবেই তাক মনাটো প্ৰয়োজনীয়। আদি-বাসী লোকৰ কিছুমান নৈতিক চিন্তাধাৰা থাকে। সেইবোৰৰ ওপৰত বিধান কৰাটো নিতান্ত উচিত।

অন্ধবিশ্বাস আন এক প্ৰকাৰৰ অনুমোদন। বহুতেই অন্ধবিশ্বাস ধৰ্ম্মৰ লগত জড়িত কৰিব খোজে। কিন্তু অলৌকিক শক্তিৰ ওপৰত থকা বিশ্বাসকেই অন্ধবিশ্বাসৰ গুৰি যেন লাগে। নিষিদ্ধ কাম কৰিলে অলৌকিক শক্তিয়ে শাস্তি দিব। এই ভয়ৰ বাবেই বেয়া কামৰ পৰা মানুহ বিৰত থাকে। সমাজত থকা নিষেধবোৰৰ বহুতৰেই গুৰিতে হল অন্ধবিশ্বাস। 'কৰিব নাপায়' এই কথাষাৰৰ আঁৰত এক প্ৰচণ্ড শক্তি লুকাই আছে। এই শক্তিয়ে মানুহক বহু সময়ত বেয়া কামৰ পৰা দূৰত ৰাখে। অবৈধ যৌন মিলনত লিপ্ত-কাৰীক অলৌকিক শক্তিয়ে শাস্তি দিয়ে বুলি বহুতেই বিশ্বাস কৰে। পূৰ্ব্বপুৰুষে কুকাৰ্য্যত লিপ্ত থকা লোকৰ শৰীৰত ৰোগ প্ৰবেশ কৰায় অথবা লৰা-ছোৱালীক অসুস্থ কৰি শাস্তি দিহে। কোনো কোনো সমাজত এনে কুকাৰ্য্যকাৰীক সমাজে দণ্ড নিদিয়ে, কিয়নো তেওঁলোকৰ বিশ্বাস, অলৌকিক শক্তিয়েই সেই মানুহক শাস্তি দিব। যাদুবিদ্যা আন এক প্ৰকাৰৰ অলৌকিক ধৰণৰ অনুমোদনৰ আঁৰৰ শক্তি। কোনো কোনো সমাজত দেখা যায় নায়কজনেই নিয়ম-কানুনৰ ৰক্ষক। তেওঁ যাদুবিদ্যা জনা মানুহৰ সহায়ত যাদুবিদ্যাৰ জৰিয়তে সমাজৰ নিয়ম শৃঙ্খলা বজাই ৰাখে। যাদুবিদ্যা আদি-বাসীৰ মনত বৰ ভীতিৰ বস্তু। যাদুবিদ্যাৰ অলৌকিক শক্তিত তেওঁলোক দৃঢ়-বিশ্বাসী। সেয়েহে যাদুবিদ্যাৰ প্ৰভাৱত পৰাৰ ভয়ত নিষিদ্ধ কৰ্ম্মত লিপ্ত নহয়।

কোনো কোনো সমাজে প্ৰতিশোধ লোৱাত অনুমোদন জনায়। কোনোবাই কাৰোবাক আঘাত কৰিলে, মাৰিলে বা আন প্ৰকাৰে শাৰীৰিক অত্যাচাৰ কৰিলে, সমাজৰ নিৰ্দ্দেশত দ্বিতীয়জনে প্ৰথম জনৰ ওপৰত অনুৰূপ অত্যাচাৰ কৰি পোতক তুলিব পাৰে। আফ্ৰিকাত এনে প্ৰথাৰ প্ৰচলন বেছি—বিশেষকৈ অত্যাচাৰ যদি নাৰীৰ ওপৰত হয়।

আফ্ৰিকাত বেছিকৈ প্ৰচলিত আন এটা অনুমোদিত ব্যৱস্থা

হল হেবোৰা বস্তুৰ পুনৰুদ্ধাৰ অৰ্থাৎ কোনোৱে লোকৰ বস্তু হানি কৰিলে বা চুৰি কৰিলে সেই বস্তু ঘূৰাই দিব লাগে। আন সমাজতো এই প্ৰথাৰ প্ৰচলন নোহোৱা নহয়।

নিয়মবোৰ মানি চলাৰ আন এটা কাৰণ হল গাওঁ পৰিষদ অথবা নায়ক। কিয়নো আগতে উল্লেখ কৰি অহাৰ দৰে নায়কে বা পৰিষদে বিচাৰ কৰি দোষীক দণ্ড বিধান দিয়ে। বিচাৰৰ সম্মুখীন হোৱাতকৈ নায়ক বা পৰিষদৰ অনুমোদন নথকা কামৰ পৰা নিজকে দূৰত ৰখাটোৱেই শ্ৰেয়।

এইখিনিতে এটা কথা মনত ৰখা উচিত যে সকলোবোৰ অনুমোদনেই সকলো আদিবাসী সমাজতে সমানে শক্তিশালী নহয়। কোনো কোনো সমাজত হয়তো বাইজৰ মতেই একমাত্ৰ অনুমোদন। তাত শাস্তি বিহা বা প্ৰতিশোধ লোৱাৰ ভয় নাই। বাইজৰ মতক ভয় কৰিয়েই লোকে সমাজত আচৰণবিধি মানি চলে। আকৌ কোনো কোনো সমাজত হয়তো অলৌকিক শক্তিৰ অনুমোদন অনুযায়ীয়েই মানুহে সামাজিক জীৱন যাপন কৰে। কোন সমাজত কোনটো বেছি শক্তিশালী, সেইটোৱে কেনেদৰে সমাজত ভাৰসাম্য ৰক্ষা কৰে ইত্যাদি বিষয়েও বহুল আলোচনা হব পাৰে।

সকলো সমাজৰ আচৰণবিধি যে একে নহয় সেইটো আমি দেখি আহিছো। সাম্প্ৰতিক কালত প্ৰবৰ্ত্তিত হোৱা হিন্দু বিবাহ বিধিমতে এক স্ত্ৰী থকা লোকে দ্বিতীয় স্ত্ৰী গ্ৰহণ কৰাটো দণ্ডনীয়। কিন্তু মুছলমান সমাজত তেনে কৰাত কোনো বাধা নাই। আমি আগতে পাই আহিছো, বহুতো আদিবাসী সমাজত বহু-বিবাহ সমাজৰ দ্বাৰা অনুমোদিত। নোসোধাকৈ আইনৰ মাটিত ভৰি দিয়াটো অনধিকাৰ প্ৰৱেশ বুলি গণ্য কৰা হয়। আইনমতে সেইটো দণ্ডনীয়। কিন্তু আন এখন সমাজত হয়তো অকল প্ৰৱেশ কৰাই নহয়, লোকৰ মাটিত শস্য কৰ পাৰে। ভাৰতীয় সমাজত প্ৰকাশ্যে

চুম্বন কৰাটো লাজৰ কথা, দোষণীয়। কিন্তু পশ্চিমীয়া সমাজত সেইটো আচৰণ বিধিৰ অন্তৰ্গত। মানুহক হত্যা কৰা মহা অপৰাধ। তাৰবাবে জেল হব পাৰে, প্ৰাণদণ্ডও হব পাৰে। কিন্তু আফ্ৰিকাৰ কোনো কোনো ঠাইত মানুহক হত্যা কৰিলে মানুহজনৰ আত্মীয়-স্বজনক ক্ষতিপূৰণ দিলেই হল। গতিকে আচৰণ বিধি সমালোচনা কৰোঁতে সমাজৰ পৰিপ্ৰেক্ষিতত কৰাটো নিতান্ত বাঞ্ছনীয়।

অন্য সভ্যতাৰ ছাঁ নপৰা আদিবাসী সমাজত অনুমোদনবোৰ বিশ্লেষণ কৰি চালে দেখা যায় যে বিভিন্ন ধৰণৰ অনুমোদনবোৰ এনে ভাবে কাৰ্য্যকৰী যে গোটেই সমাজখনেই সেইবোৰক কেন্দ্ৰ কৰি পৰিচালিত হৈছে। সেইবোৰেই সমাজখনক শৃঙ্খলিত কৰি থৈছে। অনুমোদন নথকা কামলৈ ভয়, ঘৃণা, অনুমোদন কাৰ্য্যৰ বাবে পোৱা উৎসাহে মানুহৰ আচৰণ বিধিৰ নিৰ্দ্দেশ দি সমাজৰ স্থিৰতা বজাই ৰাখি সমাজ পৰিচালিত কৰিছে। আন হাতে পশ্চিমীয়া সভ্যতাৰ সংস্পৰ্শলৈ অহা আদিবাসী সমাজত নতুন নতুন বস্তু প্ৰৱেশ কৰাৰ লগতে সমাজৰ আচৰণ বিধিৰো পৰিবৰ্ত্তন সাধিছে। কোনো কোনো সমাজত ইয়াৰ ফলত সামাজিক ভাৰসাম্যৰ ব্যাঘাত হৈছে। পুৰণি সামাজিক আচৰণ বিধিৰ প্ৰতি থকা মূল্যবোধে নতুন ৰূপ লোৱাত সমাজত অস্থিৰতাই দেখা দিছে; সমাজৰ বান্ধোন শিথিল হৈ আহিছে।

---

# ষষ্ঠ অধ্যায়

## মেজিক-ধৰ্ম্মীয় বিশ্বাস

মানুহ আৰু প্ৰাকৃতিক পৰিবেশ সম্বন্ধে আলোচনা কৰোঁতে আমি দেখি আহিছোঁ কিদৰে পৃথিবীৰ নানান ঠাইৰ মানুহে বিভিন্ন ধৰণৰ প্ৰাকৃতিক পৰিবেশৰ লগত বিভিন্ন প্ৰণালীৰে নিজকে খাপ খুৱাই লয়। চাৰিওফালে থকা প্ৰাকৃতিক সম্পদৰাজিৰ পৰাই মানুহে ব্যৱহাৰ্য্য বস্তুবোৰ আহৰণ কৰি প্ৰকৃতিৰ দানক মানৱ হিতাৰ্থে কামত খটুৱাবৰ প্ৰয়াস কৰে। আন ধৰণে কৰলৈ গলে, মানুহৰ দৈনন্দিন অৰ্থনৈতিক, সামাজিক জীৱনত প্ৰাকৃতিক পৰিবেশৰ প্ৰভাৱ স্পষ্টৰূপে পৰিলক্ষিত হয়। সমাজৰ বিভিন্ন দিশত দৃষ্টিপাত কৰি দেখা গৈছে, সমাজ-নিৰ্দ্দিষ্ট আচৰণ বিধি মানি সমাজৰ এজন হিচাপে ব্যক্তিগত আৰু সমূহীয়া জীৱন-যাত্ৰাত অংশ গ্ৰহণ কৰি মানুহে সমাজত শৃঙ্খলা অক্ষুণ্ণ ৰখাত সহায় কৰে। অৰ্থাৎ এইদৰেই মানুহে সামাজিক পৰিবেশৰ লগত নিজকে খাপ খুৱাই লয়। প্ৰাকৃতিক আৰু সামাজিক পৰিবেশৰ বাদেও আন এটা পৰিবেশত মানুহে বাস কৰিবলগীয়া হয়। এই তৃতীয়বিধ পৰিবেশক অলৌকিক পৰিবেশ বুলি কোৱা হয়।

আমি ইমান পৰে আদিবাসী সমাজৰ ধৰ্ম্মীয় কাৰ্য্যকলাপৰ বিষয়ে বিশেষ একো উল্লেখ কৰা নাই; সাংসাৰিক জীৱন-যাত্ৰাৰ লগত ব্যস্ত আছিলোঁ। এইবাৰ পাৰ্থিৱ শক্তিৰ পৰা পাৰমাৰ্থিক শক্তিলৈ বা ধৰ্ম্মীয় জীৱনলৈ যাওঁ। এইখিনিতে এটা কথা উল্লেখ কৰি থোৱা ভাল যে যদিও নানান পণ্ডিতে মেজিক আৰু ধৰ্ম্মক বেলেগ কৰি প্ৰত্যেকটোৰে ব্যাখ্যা বেলেগে দিছে, তথাপি দুয়োটাৰ মাজত পাৰ্থক্যৰ

স্পষ্ট সীমাৰেখা টনা সহজ নহয়। সেইবাবে এচাম চিন্তাশীল ব্যক্তিয়ে আদিবাসী সমাজত মেজিক আৰু ধৰ্মক পৃথক নকৰি এনেবোৰ ক্ৰিয়া কাণ্ডক মেজিক-ধৰ্মীয় কাৰ্য্যকলাপ বুলি কব খোজে। আমি এই দ্বিতীয় চাম পণ্ডিতে লোৱা পথকে অনুসৰণ কৰি আদিবাসী সমাজৰ মেজিক-ধৰ্মীয় চিন্তাধাৰা আৰু তাৰ প্ৰয়োগৰ বিষয়ে চমুকৈ আলোচনাৰ মাজেৰে অলৌকিক পৰিবেশৰ লগত চিনাকি হবলৈ চেষ্টা কৰিম।

মানব শৰীৰৰ পুষ্টিসাধনৰ বাবে আহাৰ-গ্ৰহণ, দ্ৰব্যৰ ব্যৱহাৰিক প্ৰয়োগ আৰু কাৰিকৰী কৌশল, অৰ্থনীতি, আইন-কানুন, পৰিয়ালৰ আৰু সম্বন্ধীয় মানুহৰ কাৰ্য্যকলাপ ইত্যাদি বিষয়বোৰ আলোচনা কৰি দেখি আহিছোঁ যে আদিবাসী সকলেও সকলো কাৰণ নোহোৱাকৈ একোকে নকৰে। প্ৰায় সকলো ক্ষেত্ৰতে কোনো অযুক্তিকৰ কাৰণ বিচাৰি পোৱা নাযায়। জীৱনৰ বাবে প্ৰয়োজনৰ অতি জটিল সমস্যাবোৰৰো তেওঁলোক সমুখীন হয় আৰু কোনো উপায় বিচাৰি উলিয়াই তাৰ সমাধানো কৰে। তেওঁলোকৰ সমস্যাৱলীৰ সমাধানৰ পন্থা আমাৰ পৰা পৃথক হব পাৰে, কিন্তু সেইবুলি অসঙ্গত বুলি কব নোৱাৰি। তেওঁলোকৰ মগজে চুকি নোপোৱা ঘটনাৱলীকো নিজৰ মনতে কোনো যুক্তিৰ অৱতাৰণা কৰি তাৰেই বিশ্লেষণ কৰিবলৈ প্ৰয়াস কৰে। তাৰ ফলতেই সৃষ্টি হয় অলৌকিক পৰিবেশৰ। এই পৰিবেশত প্ৰবেশ কৰি নিজকে সেই পৰিবেশত প্ৰতিষ্ঠিত কৰিবলৈ যাওঁতে মেজিক-ধৰ্মীয় বিশ্বাস আৰু আচাৰ-ৰীতি-নীতিৰ পাতনি মেলিলে।

আদিবাসী জীৱনৰ প্ৰধান অঙ্গবোৰৰ প্ৰায়বোৰ কাৰ্য্যকলাপত অলৌকিক শক্তিৰ প্ৰভাৱ স্পষ্ট। পলিনেচীয়াৰ মানুহ এজনে নাওখন সাজিবলৈ যিবোৰ কাম কৰে সেই সকলোবোৰেই কৌশল-প্ৰয়োগৰ অন্তৰ্গত নহয়। নাও সাজিবলৈ ব্যৱহাৰ কৰা সজুলিবোৰতো অলৌকিক শক্তিৰ হাত আছে। সাজি উলিওৱা

নাওখনকো পোনতে জলদেৱতা বা পূৰ্ব্বপুৰুষৰ উদ্দেশ্যে উৎসৰ্গা কৰিব লাগে, কিয়নো নাওখন চলিব তেওঁলোকৰ অলৌকিক প্ৰভাৱৰ দ্বাৰা। গতি নিৰ্দ্ধাৰিত কৰিবলৈ বতাহ আহিব সেইসকলৰ নিৰ্দ্দেশতে। ঢৌ ভাঙি নাও পাৰ হৈ যোৱা, 'নাৱেৰে মাছ ধৰা আদি সকলো কাৰ্য্য নিয়ন্ত্ৰিত হয় অলৌকিক শক্তিৰ দ্বাৰা। এই অলৌকিক শক্তিক একেবাৰে উলাই কৰিব নোৱাৰি; কিয়নো মানুহৰ কৰ্ম্ম প্ৰচেষ্টা বা উদ্যমৰ ইন্ধন যোগায় এই শক্তিয়েই। আমি আগতে এইটোও পাই আহিছোঁ যে ধৰ্ম্মীয় নিষেধৰ গুৰিতে হ'ল অলৌকিক শক্তি, আৰু এই শক্তিয়েই সমাজ নিয়ন্ত্ৰণৰ বাবে এক বিশেষ শক্তি। বিশ্বাসৰ গুৰিতে ভ্ৰান্ত ধাৰণা কিছুমান থাকিব পাৰে, কিন্তু এইটো মানিবই লাগিব, বিশ্বাসৰ দ্বাৰাই প্ৰকৃত আৰু মূল্যবান ফল পোৱা যায়। বৈজ্ঞানিক দৃষ্টিভঙ্গীৰে বিশ্লেষণ কৰি বিশ্বাস আৰু তাৰ লগত জড়িত কাৰ্য্যকলাপবোৰক আমি অযুক্তিকৰ, অসঙ্গত, ভিত্তিহীন বুলি কব পাৰো, কিন্তু অসাৰ্থক বুলি কোৱা টান—যিহেতু সমাজে এইবোৰৰ পৰা বহুতো সুফল পায়।

ৰহস্যাবৃত ঘটনা ভয়-ভাব। আদিয়ে এনেবোৰ বিশ্বাসৰ মূল কাৰণ বুলি একে আষাৰতে কৈ থব পাৰি। কিন্তু সেই ব্যাখ্যা অতি সাধাৰণ, তাৰদ্বাৰা বিশ্বাসৰ লগত জড়িত জটিল সমস্যাবোৰক এৰাই যোৱা হয়। অৰ্থনৈতিক প্ৰয়োজনৰ লগত, ব্যৱহাৰিক বিষয়ৰ লগত বা মানুহৰ জীৱনৰ চৰম মুহূৰ্ত্ত কিছুমানৰ লগত বিশ্বাসবোৰৰ এবাৰ নোৱাৰা সম্বন্ধ ঘটনাক্ৰমে স্থাপিত হোৱা সম্বন্ধ নহয়। মানুহৰ জীৱনত মৌলিক প্ৰয়োজনৰ চাহিদা পূৰাবলৈ এইবোৰ উদ্ভাৱন কৰা হৈছে। মেজিক কৰোঁতা বা পুৰোহিতজনৰ দ্বাৰা নিজৰ স্বাৰ্থ পূৰণৰ বাবেই এইবোৰ উপায় উলিওৱা হয় বুলি কলে ভুল কৰা হব। তেওঁলোকেও মেজিক-ধৰ্ম্মীয় বিশ্বাসৰ সাৰ্থকতাত গভীৰভাৱে বিশ্বাস কৰে। পুৰণি কালৰে পৰা চলি অহা বিশ্বাসক তেওঁলোকে শ্ৰদ্ধাৰ চকুৰে চায়, যথেষ্ট মূল্যও দিয়ে।

ভেওঁলোকক বাইজে জোৰ দিয়ে ভেওঁলোকৰ অলৌকিক শক্তি প্ৰয়োগৰ দ্বাৰা কোনো কৰ্ম্ম কৰিবলৈ।

বিশ্বাসৰ মাজত সদায় যুক্তি নিহিত থাকে আৰু মেজিক সম্বন্ধীয় কামবোৰ যুক্তিহীন যেন লাগে। কিন্তু মানুহে কাৰণে আৰু অকাৰণে কৰা কাৰ্য্যকলাপৰ মাজত স্পষ্টকৈ সীমাৰেখা নিৰ্দ্ধাৰণ কৰা বৰ সহজ নহয়। মেজিক আৰু কাৰিকৰী বিদ্যাৰ মাজত সম্বন্ধ বিচাৰিবলৈ গলে বিভিন্ন স্তৰৰ কাৰ্য্যকলাপ আৰু অৱস্থা কিছুমান ওলায় যিবোৰৰ মাজত মেজিক আৰু বিজ্ঞান দুয়োটাৰে উপাদান থাকে। প্ৰতিকাৰ বা আৰোগ্যৰ অৰ্থে কৰা কোনো কোনো মেজিকত এনে কিছুমান বস্তু ব্যৱহাৰ কৰা হয় যাৰ পৰা প্ৰকৃততে ফল পোৱা যায়। আন কোনো কোনো মেজিকত এনে কিছুমান পৰীক্ষা কৰা হয়, যাক একে আষাৰে যুক্তিহীন বুলি কব নোৱাৰি। আনহাতে বিজ্ঞানৰ কোনো কোনো কাৰ্য্যত যে অযুক্তিকৰ একো নাথাকে সেইটোও কব নোৱাৰি; অন্ততঃ সৈদ্ধান্তিক মতবাদৰ লগত কেতিয়াবা ভ্ৰান্ত ধাৰণাৰ প্ৰকাশ দেখা যায়।

মেজিকৰ জটীল সংজ্ঞালৈ নগৈ সাধাৰণতে মেজিক বুলিলে যি বুজা হয়, সেই অৰ্থতে মেজিক শব্দটো ইয়াত ব্যৱহাৰ কৰা হব। মেজিক হল এবিধ ক্ৰিয়াকাণ্ড আৰু তাৰ লগত জড়িত থাকে বাচনিক সূত্ৰ, যাৰ দ্বাৰা বহিৰ্জগতক মানুহৰ নিজৰ নিয়ন্ত্ৰণাধীনলৈ অনাৰ আকাঙ্ক্ষা আৰু প্ৰচেষ্টা প্ৰকাশ পায়। এই কাৰ্য্যৰ ব্যৱহাৰিক প্ৰয়োগ আৰু ফল আছে। সাধাৰণতে এই ক্ৰিয়াকাণ্ডবোৰৰ সূচনাই মূলতে অলীক। মানুহৰ স্বাৰ্থ অক্ষুণ্ণ ৰাখিবলৈ, হিত সাধিবলৈ, কু-অভিপ্ৰায়েৰে অনিষ্ট কৰিবলৈ, প্ৰতিশোধ লবলৈ—ইত্যাদি কি উদ্দেশ্যে মেজিক ক্ৰিয়া কৰা হয়, তালৈ লক্ষ্য ৰাখি বেমন্দকাৰ্থে মেজিকৰ শ্ৰেণী বিভাগ কৰিছে।

বেমন্দকাৰ্থৰ মতে মেজিকৰ উদ্দেশ্য আৰু তাৰ প্ৰভাৱ, পৰিসৰ

অনুযায়ী তিনি প্ৰকাৰৰ মেজিক পাব পাৰি, যেনে, ফলোৎপাদক, ৰক্ষাকাৰী আৰু ধ্বংসকাৰী। প্ৰত্যেক প্ৰকাৰকে আকৌ বিভিন্ন ভাগত ভাগ কৰিব পাৰি। প্ৰত্যেক প্ৰকাৰৰে আকৌ সামাজিক দিশো আছে। সমাজৰ কোন ব্যক্তি কেনে ভাবে সংশ্লিষ্ট থাকে, সমাজৰ অনুমোদন আছেনে নাই, ইত্যাদি বিষয়বোৰৰ আলোচনাৰ মাজেৰে মেজিকৰ সামাজিক দিশটোৰ পৰিচয় পোৱা যায়।

ফলোৎপাদক মেজিকৰ কেইটামান উল্লেখযোগ্য বিভাগ হল— চিকাৰ কৰা মেজিক, কৃষিকৰ্ম্মৰ লগত জড়িত মাটিৰ উৰ্ব্বৰতা বঢ়োৱা, গছ ৰোৱা, শস্য চপোৱা মেজিক, বৰষুণ নমোৱা মেজিক, মাছ মৰা মেজিক, ব্যৱসায়ত লাভ কৰা মেজিক, প্ৰণয় মেজিক ইত্যাদি। এইবোৰৰ কোনো কোনোবিধ ব্যক্তিয়ে আনৰ সহায় নোলোৱাকৈ নিজেই নিজৰ বাবে কৰে। কিছুমান বিশেষজ্ঞই লোকৰ বাবে কৰে। কেতিয়াবা আকৌ গোটেই সম্প্ৰদায়টোৱেই উমৈহতীয়া ভাবে মেজিক ক্ৰিয়া কৰে। এইবোৰৰ প্ৰতি সামাজিক অনুমোদন আছে। এইবোৰৰ দ্বাৰা কোনো প্ৰচেষ্টাত উদগণি পোৱা যায়; অৰ্থনৈতিক উন্নয়নতো প্ৰেৰণা দিয়ে। এইবোৰেই ফলোৎপাদক মেজিকৰ সামাজিক দিশ।

ৰক্ষাকাৰী মেজিকসমূহো ওপৰোক্ত ধৰণে সম্পন্ন কৰা হয়। সেইবোৰো সমাজৰ দ্বাৰা মঞ্জুৰীকৃত। এই মেজিকেও কাম কৰাৰ প্ৰতি উৎসাহ দিয়ে। মানুহৰ কাৰ্য্যকলাপ নিয়ন্ত্ৰিত কৰিবলৈ সমাজৰ ই এটা প্ৰধান শক্তি। ৰক্ষাকাৰী মেজিকৰ ভিতৰত উল্লেখযোগ্য হল—সা-সম্পত্তি ৰক্ষা কৰিবলৈ কৰা মেজিক বা তাৰবাবে থকা মেজিক-ধৰ্ম্মীয় নিষেধ, দুৰ্ভাগ্যৰ হাত সাৰিবলৈ কৰা মেজিক, আৰোগ্যৰ বাবে কৰা মেজিক, নিৰাপদ যাত্ৰা বা ভ্ৰমণৰ উদ্দেশ্যে কৰা মেজিক, ধ্বংসকাৰী মেজিকৰ প্ৰতিবিধান ৰূপে কৰা মেজিক।

এনেদৰে ধ্বংসকাৰী মেজিকৰো ভাগ আছে। সা-সম্পত্তি ধ্বংস কৰা মেজিক, মানুহক অসুস্থ কৰিবলৈ কৰা মেজিক, হত্যাৰ উদ্দেশ্যে

কৰা মেজিক, ধুমুহা আদিৰ সৃষ্টি কৰা মেজিক ইত্যাদি। অসৎ উদ্দেশ্যে সম্পাদিত এইবোৰ মেজিকৰ প্ৰতি সমাজৰ অনুমোদন নাই। নৈতিকতাৰ ফালৰ পৰা এইবোৰ বেয়া বুলি পৰিগণিত। এইবোৰে মানুহৰ জীৱনলৈ আনে হতাশা, দুৰ্ভাগ্য, মৃত্যু আদি। ধ্বংসকাৰী মেজিক সমাজৰ কেইজনমান মানুহেহে জানে। সেই মানুহবোৰক বৰ ভাল চকুৰে চোৱা নহয়; ডাইনী আদি আখ্যা দিয়া হয়। ধ্বংসকাৰী মেজিকৰ প্ৰতিবিধানৰ অৰ্থে নিৰ্দ্দিষ্ট ৰক্ষাকাৰী মেজিক সম্পাদন কৰিবলৈও বিশেষ ব্যক্তি থাকে। কোনো কোনো ক্ষেত্ৰত সেইবোৰৰ প্ৰতি সমাজে অনুমোদন জনায়, কিছুমান অনুমোদন নকৰে। এই মেজিকো সমাজ নিয়ন্ত্ৰণৰ এটা শক্তি যেন।

ওপৰত উল্লেখ কৰা শ্ৰেণীবিভাগ আৰু আদিবাসী সমাজে নিজে কৰা শ্ৰেণীবিভাগ বহুত সময়ত একে নহবও পাৰে। বিশেষকৈ তেওঁলোকে বিভিন্নবিধ মেজিক বুজাবলৈ যিবোৰ শব্দ প্ৰয়োগ কৰে, সেইবোৰে ওপৰোক্ত শ্ৰেণীক নুবুজাবও পাৰে।

মেজিক-ধৰ্মীয় ক্ৰিয়াকাণ্ড অকল আদিবাসী সমাজতহে যে সীমাবদ্ধ তেনে নহয়। শিক্ষিত সুসভ্য সমাজতো ইয়াৰ প্ৰচলন আছে। অসমীয়া সমাজৰ পৰাও কেইবাবিধো মেজিকৰ উদাহৰণ দিব পাৰি। ৰৰযুণ নমাবলৈ অসমীয়া কৃষকেও মেজিকৰ আশ্ৰয় লোৱা দেখা যায়। ভেকুলিৰ বিয়া পতা প্ৰথা মেজিকৰ ওপৰতে প্ৰতিষ্ঠিত নহয় জানো? আকৌ কোনো কোনোৱে পল' জুলুকি আদি মাছধৰা সঁজুলিবোৰ নি আলিৰ ওপৰত বা ওখ ঠাইত থয়। এনে কাৰ্য্যৰ উৎস ক'ত? বাৰিষা নৈ বিল পানীৰে উপচি পৰে। বেছি পানী হলে ওখ ঠাইবোৰতো পল' জুলুকিৰে মাছ ধৰে। খৰাং বতৰত ওখ ঠাইবোৰত মাছ ধৰাৰ সঁজুলিবোৰ থৈ মানুহে মাছ ধৰাৰ নিচিনা কাৰ্য্য কৰি বিশ্বাস কৰে যে তেনে কৰিলে সেইবোৰ ঠাই পানীৰে উপচি পৰিব অৰ্থাৎ ৰৰযুণ হব, খৰাং বতৰৰ অন্ত পৰিব। আন কোনো কোনো সমাজত মানুহে মুখত একচলু পানী লৈ সূৰ্য্যৰ

বিপৰীতে থিয় হৈ ওপৰলৈ মাৰি পঠিয়ায়। পানীখিনি ৰৰষুণ আকাৰে মাটিত পৰে ; মানুহৰ বিশ্বাস মুখেৰে ছটিয়াই দিয়া পানীৰ দৰে আকাশৰ পৰা পানী পৰিব অৰ্থাৎ ৰৰষুণ দিব। তেওঁলোকে কৃত্ৰিম ভাবে যিটো কৰে প্ৰকৃততে সেইটো হব বুলি বিশ্বাস কৰে।

কোনো কোনো অসমীয়া গাঁৱৰ মানুহে প্ৰথম কঠিয়া কৰৰ দিনাখন দোকমোকালিতে এডাল ৰিজুলী বাঁহ, এজোপা তুলসী আৰু এজোপা কচু লৈ পথাৰলৈ যায়। তিনিটা আলিৰ সংযোগ স্থলত বাঁহডাল খোচ মাৰি পুতি ওচৰতে কচু আৰু তুলসী জোপাও ৰোৱে। কচু ৰোৱাৰ উদ্দেশ্য হল—কচু দ্ৰুতগতিৰে বঢ়াৰ নিচিনা ধানৰ গছো বাঢ়িব। তুলসী জোপা দেৱতাৰ সন্তুষ্টিৰ অৰ্থে। এয়া কৃষিৰ লগত জড়িত মেজিক-ধৰ্ম্মীয় বিশ্বাস। নগাসকলে নৰমুণ্ড চিকাৰ কৰাৰ লগত মাটিৰ উৰ্ব্বৰতাৰ সম্বন্ধ আছিল।

হতাশ প্ৰেমিক-প্ৰেমিকাই প্ৰিয়জনক পাবলৈ মেজিকৰ আশ্ৰয় লোৱা প্ৰথা প্ৰায় সকলো সমাজতে দেখা যায়। প্ৰিয়জনৰ চুলি, নখ, পিন্ধা কাপোৰৰ এটুকুৰা আনি তাত মন্ত্ৰ মাৰি মেজিক কৰি প্ৰিয়জনক পাবলৈ যত্ন কৰে।

ৰক্ষাকাৰী মেজিকৰ উদাহৰণো অসমীয়া সমাজত বিৰল নহয়। লহপহকৈ বাঢ়ি ঠন ধৰি উঠা শাক-পাচলিৰ বাৰীখনত কাৰোবাৰ কুদৃষ্টি পৰে বুলি অথবা মুখ লাগে বুলি সহজেই চকুত পৰাকৈ মানুহৰ মূৰ্ত্তি এটাৰ নিচিনা কৰি বাৰীৰ মাজত আৰি থোৱা প্ৰায় গাঁৱতে দেখা যায়।

শত্ৰুৰ অনিষ্ট কৰিবলৈ মেজিকৰ সহায় লয়। শত্ৰুৰ নখ, চুলি আদি গোটাই সেইবোৰক মেজিকেৰে নষ্ট কৰি শত্ৰুক নিধন কৰিবলৈ আশা কৰে। মেজিক কৰি কলগছত শলা এডাল সুমাই থৈ আশা কৰে যে কলগছজোপা শুকাই যোৱাৰ লগে লগে নিৰ্দ্দিষ্ট মানুহজনো মৃত্যুৰ মুখত পৰিব।

এইদৰে মেজিকৰ এশ এটা উদাহৰণ দিব পাৰি। মেজিক

ক্ৰিয়াকাণ্ডবোৰ বিশ্লেষণ কৰিলে কেইবাটাও বৈশিষ্ট্য চকুত পৰে। মেজিক কৰাৰ এটা বিশেষ উদ্দেশ্য থাকে। মেজিক কৰিবলৈ ব্যক্তিৰ প্ৰয়োজন। সেই ব্যক্তিজনে মেজিক কৰিবলৈ নিজকে উপযোগী কৰি ৰাখিবলৈ কিছুমান নিয়ম মানি চলিব লাগে। মেজিকৰ উদ্দেশ্য আৰু ক্ৰিয়াকাণ্ড অনুযায়ী নিয়মবোৰ বিভিন্ন ধৰণৰ হয়। তেনে নিয়ম পালনৰ দ্বাৰা তেওঁ বিশেষ শক্তি আহৰণ কৰে, শক্তি সঞ্চয় কৰে, বাহ্যিক প্ৰভাৱৰ পৰা নিজকে মুক্ত ৰাখে। কোনো কোনো সময়ত তেওঁ সহবাসৰ পৰা বিৰত থাকিব লাগে। কিছুমান বস্তু খোৱা নিষেধ। কেতিয়াবা তেওঁ নিসঙ্গ জীৱন যাপন কৰিব লাগে। সাজ-পোচাকো বিশেষ ধৰণৰ হোৱাটো বাঞ্ছনীয়।

মেজিকত তিনিটা প্ৰধান উপাদান থাকে। প্ৰথমতে মেজিকৰ সময়ত ব্যৱহাৰ কৰা বস্তুবোৰ, দ্বিতীয়তে মেজিকৰ কৰণীয় কাম, তৃতীয়তে মেজিকত উচ্চাৰিত শব্দ। প্ৰথমটো উপাদান সঁজুলি বা আহিলা-পাতি আৰু দৰবজাতিৰে গঠিত। দ্বিতীয়টোৰ দ্বাৰা মেজিক ক্ৰিয়াকাণ্ডক বুজায়। তৃতীয়টো হৈছে মন্ত্ৰ।

ওপৰত বৰ্ণোৱা মেজিক কেইটা বিশ্লেষণ কৰিলেও এই তিনিটা উপাদানৰ অস্তিত্ব দেখা যাব। কঠিয়া কৰৰ সময়ত মেজিক কৰিবলৈ কচুগছ, তুলসীগছ আৰু বাঁহৰ প্ৰয়োজন। সেইবোৰেই মেজিকৰ সময়ত ব্যৱহাৰ কৰা বস্তু। কোনো কোনো মেজিক কৰিবলৈ মানুহৰ নখ, চুলি আদি লাগে। জৰা-ফুকা কৰি বেমাৰ-আজাৰ ভাল কৰা গাঁৱৰ বেজবোৰে কান্ধত মোনা এটা ওলোমাই লৈ ফুৰে। মোনাটোত নানান ধৰণৰ গছৰ শিপা, বাঘ, পাহৰি আদিৰ নখ, দাঁত, জন্তুৰ ছাল আদি বিবিধ বস্তু থাকে। মেজিক কৰিবলৈ সেইবোৰ বস্তুৰ প্ৰয়োজন আছে। ভূত খেদিবলৈ সৰিয়হ লাগে। মুখলগা ভাঙিবলৈ জৰা-ফুকা কৰোঁতে হাতত এমুঠি সৰিয়হ লয়। বিয়াত দৰা-কইনাৰ ওপৰত কোপদৃষ্টি পৰি হানি-বিঘিনি নহবলৈ জাপ বটি দিয়ে। সক লৰা-ছোৱালীকো জাপ দিয়ে।

তাবিজৰ প্ৰচলন বহুত ঠাইতে দেখা যায়। মুখ নালাগিবলৈ কেচুৱাৰ কপালত ডাঙৰকৈ ফোট দিয়ে।

দৰবজাতি যে কিমান ধৰণৰ তাক কৈ শেষ কৰিব নোৱাৰি। গছৰ পাত, শিপা, নানান ধৰণৰ মাছ, কণী, কীট-পতঙ্গ আদি দৰব হিচাপে ব্যৱহাৰ কৰে। বাণ্টু ভাষাত গছ আৰু দৰব বুজোৱা শব্দ একেটাই। অৰ্থাৎ বিভিন্ন ধৰণৰ গছবোৰেই বিভিন্ন ৰোগৰ দৰব। আফ্ৰিকাৰ বহুতো আদিবাসীৰ বিশ্বাস, মেজিকৰ শক্তি দৰবৰ মাজত লুকাই থাকে। কিন্তু ওচেনীয়াৰ আদিবাসীৰ মতে মন্ত্ৰই হৈছে মেজিকৰ শক্তি।

মেজিক ক্ৰিয়াকাণ্ডও বিভিন্ন প্ৰকাৰৰ। বৰ্ণনা কৰি ওৰ পেলাব নোৱাৰি। কেঁচুৱাক শকত আৰত আৰু ধুনীয়া হোৱা বুলি লোকে কলে মাকে কোনোৱে নজনাকৈ কেঁচুৱাৰ বাওঁহাতৰ কেঞা আঙুলি-টোত লাহেকৈ কামুৰি দিয়ে। ওখ ঠাইত জাকৈ পল' থোৱা, ওপৰলৈ মুখেৰে পানী মাৰি পঠোৱা, কচু ৰোৱা, এইবোৰ ক্ৰিয়া-কাণ্ডৰে অন্তৰ্গত নহয় জানো? দীঘলতিৰ পাতেৰে কোবাই কোবাই জৰা-ফুকা কৰাটো মেজিক ক্ৰিয়াকাণ্ড।

মেজিকৰ বাচনিক উপাদান অথবা মন্ত্ৰ অতিকৈ প্ৰয়োজনীয় আৰু প্ৰভাৱশালী। মেলিনোস্কিয়ে মন্ত্ৰক মেজিকৰ মূল উপাদান বুলি কৰ খোজে। মন্ত্ৰৰ মাজতেই মেজিকৰ মূল শক্তি নিহিত থাকে। বেছিভাগ ক্ৰিয়াকাণ্ডতে কিবা নহয় কিবা মন্ত্ৰ উচ্চাৰণ কৰা হয়। যিবোৰত মন্ত্ৰ উচ্চাৰণ কৰা নহয়, তাতো মেজিক কৰোঁতাজনে অনুৰূপ কথা ভাবে। মন্ত্ৰৰ দ্বাৰা কৰাৰ পৰিবৰ্তে মৌন চিন্তাৰ দ্বাৰা মেজিকৰ শক্তি আৰোপ কৰে। মেলানেচীয়া আৰু অষ্ট্ৰেলিয়াৰ বহুতো জনজাতিৰ মাজত কিছুমান বিশেষভাৱে নিৰ্দ্ধাৰিত মন্ত্ৰ আছে। এইবোৰ স্থায়ী। ইয়াৰ লৰচৰ হব নোৱাৰে। কোনোবাই বাক্তি দিয়া মন্ত্ৰ নকৈ অইন মন্ত্ৰ কলে অথবা মন্ত্ৰ ভুলকৈ উচ্চাৰণ কৰিলে তাৰপৰা একো ফল পোৱা নাযায়। আফ্ৰিকাত

তেনে নিৰ্দ্দিষ্ট মন্ত্ৰ নাই। তাৰ পৰিৱৰ্ত্তে দৰবজাতিক মানুহক কোৱাৰ দৰে কথা-বতৰা কৈ সুফল দিবলৈ কয়। সেইকাৰণে মন্ত্ৰবোৰ মানুহ লৈ, ঠাই লৈ ভিন ভিন হয়।

প্ৰকৃততে মন্ত্ৰ বুলিলে মন্ত্ৰৰ কথাবোৰ, শব্দবোৰ নিৰ্দ্দিষ্ট হয়। সেইবোৰ পূৰাকালৰ পৰাই চলি থাকে। কিছুমান শব্দ ইমান প্ৰাচীন আৰু ইমান গুপ্ত যে সেইবোৰে কি অৰ্থ প্ৰকাশ কৰে তাক মানুহে পাহৰি গৈছে—অথচ মন্ত্ৰ বুলি উচ্চাৰণ কৰি আছে। মন্ত্ৰবোৰত পূৰণি আলোচনাৰ উল্লেখো থকা দেখা যায়। মন্ত্ৰবোৰ সাধাৰণতে অনুপ্ৰাস অলঙ্কাৰ-প্ৰধান আৰু শব্দানুৰূপী হয়। সেই-বোৰৰ মাজেৰে তেওঁলোকে আশা কৰা ফলাফলৰ লগত সাদৃশ্য থকা ঘটনাৰ উল্লেখ কৰা হয়। মেলিনোস্কিয়ে কোৱাৰ দৰে কোনো ঘটনাৰ সম্ভেদ দিয়া বা সম্বাদ অভিব্যক্ত কৰাটো মন্ত্ৰৰ উদ্দেশ্য নহয়। মন্ত্ৰৰ মাজেৰে প্ৰকাশ পায় কাৰ্য্যৰ ধৰণ আৰু মানুহৰ ইচ্ছাশক্তি। মানুহৰ ইচ্ছাক মন্ত্ৰেৰে অভিব্যক্ত কৰা হয়। মূৰ হাত-ভৰি জোকাৰি ক্ৰিয়াকাণ্ড কৰি, মুখেৰে মন্ত্ৰ উচ্চাৰণ কৰি প্ৰাকৃতিক শক্তিক জোৰ কৰা হয় কোনো বিশেষ উদ্দেশ্যে কামত খটুৱাবলৈ।

এটা প্ৰশ্ন উঠিব পাৰে, মেজিক যদি অসত্যৰ ওপৰত প্ৰতিষ্ঠিত, ভ্ৰান্ত ধাৰণাৰ দ্বাৰা যদি মেজিক পৰিপুষ্ট, তেন্তে সেইবোৰ যুগে যুগে টিকি আছে কেনেকৈ? মেজিক অযুক্তিকৰ ক্ৰিয়াকাণ্ড বুলি মানুহে জানিব পৰা নাইনে? ইয়াৰ উত্তৰ বহুদিন আগতেই এডোৱাৰ্ড টেইলৰে দি গৈছে। তেওঁ চাৰিটা কথালৈ আঙুলিয়াইছে। প্ৰথমতে বহুত সময়ত মেজিকৰ ফল পোৱা যায়। যি উদ্দেশ্যে মেজিক কৰা হয়, সেই উদ্দেশ্য পূৰণ কৰা হয়। অৱশ্যে মেজিকৰ দ্বাৰাই যে সেইটো হয় তাক সঠিককৈ কব নোৱাৰি। কিন্তু হয়। অইন কাৰণো থাকিব পাৰে। যিবোৰ দৰব বুলি ব্যৱহাৰ কৰে সেইবোৰৰ ঔষধী গুণ থকাটো একো অস্বাভাবিক নহয়। তেল জাৰি মালিচ কৰোঁতে

মাংসপেশী সুস্থ অৱস্থা পোৱাৰ বৈজ্ঞানিক কাৰণ থাকিব পাৰে। আজিকালি চিকিৎসা শাস্ত্ৰই কয় যে বহুত বেমাৰ দৈহিক আৰু মানসিক অৱস্থাৰ প্ৰতিক্ৰিয়াৰ ফলত হোৱা দেখা যায়। মেজিকৰ দ্বাৰা মনস্তাত্বিক চিকিৎসা হব পাৰে, অৰ্থাৎ মনৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰি শৰীৰৰ অসুস্থ অৱস্থা আতঁৰিব পাৰে। আকৌ ইয়াৰ দ্বাৰা উৎসাহ অনুপ্ৰেৰণা পাই নব উদ্যমেৰে কাম কৰি সুফল পাবও পাৰে। এনেদৰে নানান দৃষ্টিকোণেৰে কাৰণবোৰ বিশ্লেষণ কৰিব পাৰি। কাৰণবোৰতকৈ আমাৰ কাৰণে প্ৰয়োজনীয় হৈছে তাৰ ফলাফল। মেজিকৰ দ্বাৰা বহুত সময়ত সুফল পায় বাবেও মেজিকৰ প্ৰচলন বন্ধ হৈ যোৱা নাই। দ্বিতীয়তে, কোনো কোনো সময়ত মেজিক কৰোঁতাজনে আনক ছলনা কৰিবলৈ টালিবাজি কৰে। অৱশ্যে আনৰ দৰে তেওঁ মেজিকত গভীৰভাৱে বিশ্বাস কৰে। তৃতীয়তে, যিবোৰ সুফল আশানুৰূপ হয় সেইবোৰৰ ওপৰত বেছি প্ৰাধান্য আৰোপ কৰি আনবোৰ উলাই কৰে। চিৰাচৰিত বিশ্বাসৰ বিৰুদ্ধে যোৱা ঘটনাবোৰক মনে মানি লবলৈ টান পায় বাবে সেইবোৰৰ ওপৰত গুৰুত্ব দিয়া নহয়। চতুৰ্থতে, মেজিকৰ প্ৰতি— মেজিক থকা কথাত মানুহে বিশ্বাস কৰে। কোনো ক্ৰিয়াকাণ্ডৰ পৰা বাঞ্ছিত ফল নাপালে কোৱা হয় যে ক্ৰিয়াকাণ্ড কৰাত খুঁত ৰৈ গল। অথবা বিপক্ষই প্ৰতি-মেজিক কৰি ফলাফল পোৱাত বাধা দিছে। সেই কাৰণে মেজিকক বুজিবলৈ সামাজিক জীৱনত মেজিকে কি ভূমিকা গ্ৰহণ কৰে তাক জনা উচিত।

কৰিব লাগে বুলিয়েই মেজিক কৰা হয় বুলি ভাবিলে ভুল কৰা হব, কিয়নো প্ৰত্যেকটো মেজিকৰে ব্যৱহাৰিক প্ৰয়োগ আছে। কিবা এক বিশেষ উদ্দেশ্য লৈহে মেজিক ক্ৰিয়া সম্পাদন কৰা হয়। সেই বিশেষ উদ্দেশ্যৰ লগত মানুহৰ জীৱনৰ কাৰ্য্যকলাপৰ নিগূঢ় সম্বন্ধ আছে। কাৰ্য্যকলাপবোৰ কোনো অযুক্তিকৰ ক্ৰিয়া নহয়। উদাহৰণ স্বৰূপে ফলোৎপাদক মেজিক তন্নতাৱে বিশ্লেষণ

কৰিলে দেখা যাব কোনো কাৰ্য্যৰ বাবে মানুহৰ উৎসাহ, উদ্যম আৰু ফলোৎপাদক মেজিকৰ এবাৰ নোৱাৰা সম্বন্ধ। মানুহৰ প্ৰচেষ্টা, উদ্যম আদিত মেজিকে এক বিশেষ অংশ গ্ৰহণ কৰি কাৰ্য্য সম্পাদনত অৱিহনা যোগায়। প্ৰখ্যাত নৃতাত্ত্বিক মেলিনোস্কিয়েই মেজিকৰ এনে ব্যৱহাৰিক প্ৰয়োগৰ সুন্দৰ ব্যাখ্যা দিছে।

কোনো ক্ৰিয়া সম্পাদনত কৌশলৰ প্ৰয়োজন, সেই কৌশল কাৰিকৰী কৌশলো হব পাৰে। কেতিয়াবা দেখা যায় ফলোৎপাদক মেজিকে ক্ৰিয়াকলাপ আৰু কৌশলত পবিত্ৰতা আৰোপ কৰে। ফলত কৰ্ম্মীয়ে যথেষ্ট গুৰুত্ব আৰোপ কৰি একাগ্ৰচিত্তে কামত মনো-নিবেশ কৰে। কামত অৱহেলা কৰিলে মেজিক শক্তিয়ে শাস্তি বিধান হোৱাৰ ভয়ত ফাকি-ফুকা দিবলৈ সাহ নাপায়। কামটো কেনেকৈ কোন সময়ত সাধিত হব তাৰ নিৰ্দ্দেশো কেতিয়াবা ফলোৎপাদক মেজিকেই দিয়ে। কাম আগবঢ়াৰ লগে লগে মেজিক ক্ৰিয়াকাণ্ডৰ ব্যৱস্থা থাকে। তাৰ দ্বাৰাই কাম ধাপে ধাপে আগ-বাঢ়ে। সুশৃঙ্খলিতভাবে কাম আগবঢ়াত সহায় কৰে; অৰ্থাৎ মেজিকে কামটো সংগঠিত কৰে। আকৌ মেজিকে মানুহৰ মনলৈ দৃঢ়তা আনে, আত্মবিশ্বাস প্ৰতিষ্ঠা কৰে। এইটো মেজিকৰ অন্যতম দিশ। কৃষি-কৰ্ম্মৰ ক্ষেত্ৰত খৰাং বতৰ, বানপানী, শস্য নষ্ট কৰা পোক-পৰুৱাৰ উৎপাত, মাটিৰ অনুৰ্ব্বৰতা, সাগৰত নাও মেলি দিওঁতে ধুমুহা বতাহ, প্ৰেমিকৰ ওচৰ চাপোতে প্ৰিয়জনৰ পৰা মৰমৰ প্ৰতি-দান পোৱা নোপোৱাৰ আশা-নিৰাশাৰ দোদুল্যমান মনৰ অৱস্থা, বেহা-বেপাৰলৈ ওলাওঁতে সুফল পোৱাৰ অনিশ্চয়তা আদি অনিৰ্দ্দিষ্ট অনাগত অৱস্থাত দৃঢ় মনেৰে আৰু আত্মপ্ৰত্যয়েৰে সম্মুখীন হবলৈ মেজিকেই মানুহক প্ৰেৰণা যোগায়। ফলোৎপাদক মেজিকৰ দ্বাৰা প্ৰকৃতিক জয় কৰিব পাৰি বুলি মনলৈ বিশ্বাস আহে। সেই বিশ্বাসৰ বাবেই নিজৰ সকলো শক্তি একত্ৰিত কৰি যিকোনো কাৰণেই নহওক লাগে, প্ৰাকৃতিক দুৰ্য্যোগক অতিক্ৰম কৰি অভিপ্ৰেত

ফল পাবলৈ প্ৰচেষ্টা চলায়। গতিকে মেজিক ভ্ৰান্ত ধাৰণা কিছুমানৰ বহিৰ্প্ৰকাশ বুলি উপলব্ধি কৰা বস্তু নহয়। মানুহৰ মৌলিক অনুভূতিৰ লগত ইয়াৰ নিবিড় সম্বন্ধ। মেজিকৰ ব্যৱহাৰিক প্ৰয়োগ সফলভাবে কৰিব পৰাৰ ইও এটা অন্যতম কাৰণ।

মনস্তত্ত্বৰ ওপৰত প্ৰতিষ্ঠিত মেজিকৰ এই বাদ সকলো ক্ষেত্ৰতে সমানে প্ৰযোজ্য নহয়। কোনো বিশেষ ধৰণৰ মেজিকহে এই ভাবধাৰাৰে সাধাৰণভাবে বিশ্লেষণ কৰিব পাৰি। ভৱিষ্যত ফলাফলৰ সন্ধান দিব নোৱাৰা অথবা জ্ঞানে ব্যাখ্যা দিব নোৱাৰা সকলো বিষয়কেই যে মেজিকৰ দ্বাৰা আয়ত্বাধীন কৰিবলৈ চেষ্টা কৰা হয় তেনে নহয়। এই কথা পৃথিবীৰ বিভিন্ন মানুহৰ পৰা উদাহৰণ দি প্ৰমাণ কৰি দেখুৱাব পাৰি। টিকোপীয়া সমাজত প্ৰেম-প্ৰণয়ৰ বাবে মেজিকৰ প্ৰচলন নাই। এডমিৰালটি দ্বীপৰ আদিবাসী মানুহে সাগৰত নাও মেলি দিওঁতে কোনো ক্ৰিয়াকাণ্ড সম্পন্ন নকৰে। তেওঁলোকে মেজিকৰ ওপৰত নিৰ্ভৰ নকৰি নিজৰ দক্ষতাক বিশ্বাস কৰে। তেওঁলোকে অতি কৌশলেৰে আৰু সাহসেৰে ধুমুহাৰ সন্মুখীন হয়। আনহাতে ট্ৰোব্ৰিয়ান্দবাসীৰ মাজত ছুয়োবিধ মেজিকে বিশেষ স্থান অধিকাৰ কৰে। গতিকে কব পাৰি যে অনিশ্চিত পৰিস্থিতিৰ সন্মুখীন হবলৈ মানুহক প্ৰস্তুত কৰা এক প্ৰচণ্ড শক্তি মেজিক সাংস্কৃতিক জীৱনৰ প্ৰচেষ্টাৰ এক বিশেষ অভিব্যক্তি। এই প্ৰচেষ্টাই আন ধৰণেও প্ৰকাশ পায়। দয়ালু দেৱতাৰ ওপৰত আস্থা ৰাখি মনত বিশ্বাস আনি কামত আত্মনিয়োগ কৰাটোও অনিশ্চিত পৰিস্থিতিৰ সন্মুখীন হবলৈ কৰা আন এবিধ প্ৰচেষ্টা।

ৰক্ষাকাৰী মেজিকৰো বিশেষ উদ্দেশ্য আছে। ফলদায়ক গুণৰ ওপৰত থকা বিশ্বাসে কিদৰে প্ৰতিক্ৰিয়া কৰে দেখি আহিছো। তাৰ বাহিৰে মানুহৰ ব্যক্তিগত স্বাৰ্থ ৰক্ষা কৰাতো ই সহায় কৰে। অনিষ্টকাৰীৰ বিৰুদ্ধে কৰা মেজিকত একো ফল নাথাকিলেও মানুহজনে তাৰ দ্বাৰা নিজে নিজেই প্ৰতিশোধ স্পৃহা চৰিতাৰ্থ কৰাৰ

সুযোগ পায়। মেজিক ক্ৰিয়াকাণ্ডৰ জৰিয়তে মানুহক শাস্তিবিধান কৰা হয়।

এইবাৰ ধ্বংসকাৰী মেজিকৰ বিষয়ে আলোচনা কৰা যাওক। বিভিন্ন সমাজত বিভিন্ন প্ৰকাৰৰ মেজিক দেখা যায়। তাৰে কেইটামান বৰ্ণনা কৰিলেই মেজিকৰ উদ্দেশ্য আৰু প্ৰকাৰ সম্বন্ধে বুজিব পৰা যাব। যাৰ অনিষ্ট সাধনৰ উদ্দেশ্যে মেজিক ক্ৰিয়া সাধিত হয়, তেওঁৰ নখ, চুলি, পৰিধেয় বস্ত্ৰ, আনকি বিষ্ঠা আদিক শক্তিশালী মন্ত্ৰ উচ্চাৰণৰ দ্বাৰা মন্ত্ৰপূত কৰি অনিষ্টসাধন কৰা হয়। এনে প্ৰথাৰ প্ৰচলন মাৱৰী আদি নানা মানুহৰ মাজত দেখা যায়। মধ্য আফ্ৰিকাৰ এৰ্ঝান্দে সমাজত আন এক প্ৰকাৰ মেজিক ক্ৰিয়া দেখা যায়। মেজিক ক্ৰিয়াকাণ্ডৰ দ্বাৰা কোনো ব্যক্তিৰ শৰীৰত থকা এক কাল্পনিক পদাৰ্থৰ নিৰ্গমন হয়, ফলত অভিপ্ৰেত কাৰ্য্য সাধিত হয়। এই নিৰ্গমনৰ বিষয়ে মেজিক কৰোঁতা জনে দৈববাণী কৰিব পাৰে। এই দুই সমাজত প্ৰচলিত মেজিকৰ মাজত তুলনা কৰিলে দেখা যায় মাৱৰী সমাজত দৰবৰ ব্যৱহাৰ নাই ; ধ্বংসকাৰী আৰু ৰক্ষাকাৰী মেজিক মূলতঃ একে প্ৰকাৰৰ—যাৰ উদ্দেশ্যে মেজিক কৰা হয় তেওঁৰ ব্যৱহাৰ্য্য বস্তুৰ ওপৰত কৰা মেজিকৰ প্ৰতিক্ৰিয়াৰ দ্বাৰা অভীষ্ট ফল পোৱা যাব বুলি বিশ্বাস কৰা হয়।

অষ্ট্ৰেলিয়াৰ এচাম মানুহৰ মাজত দুই প্ৰকাৰৰ ধ্বংসকাৰী মেজিক ক্ৰিয়া সম্পন্ন কৰা হয় ; এক প্ৰকাৰত শত্ৰুৰ অনিষ্ট সাধন কৰিবলৈ ক্ৰিয়াকাণ্ড কৰা হয় আৰু দ্বিতীয় প্ৰকাৰত শত্ৰুক হত্যা অথবা অসুস্থ কৰিবলৈ তেওঁৰ শৰীৰৰ পৰা এৰাই অহা পদাৰ্থ—ছাল, চুলি, নখ আদি মাটিত পোতা বা অগ্নিত দাহ কৰা হয়। আকৌ মৃত্ৰাধাৰৰ পৰা চৰ্বি চুৰি কৰি নিয়াৰ ক্ষমতাও মেজিক কৰোঁতাৰ থকা বুলি তেওঁলোকে বিশ্বাস কৰে। এনে কাৰ্য্যৰ দ্বাৰা মানুহজন বেঁপাই শুকাই যায় আৰু শেষত মৃত্যুৰ মুখত পৰে। সেইকাৰণে মেজিক কৰোঁতাৰ প্ৰতি সাধাৰণ মানুহৰ বৰ ভয়ৰ ভাৱ থকা দেখা যায়।

মেজিক সম্বন্ধে যিবোৰ কথা কোৱা হল তাৰ বহুখিনি ধৰ্ম্মৰ ক্ষেত্ৰতো প্ৰযোজ্য। যিবোৰ ধাৰণাৰ ওপৰত ধৰ্ম্ম প্ৰতিষ্ঠিত, সেইবোৰো সদায়ে যুক্তিৰে বিচাৰ কৰিব পৰা বিষয়-বস্তুৰ পৰিধিৰ অন্তৰ্গত নহয়। ধৰ্ম্মৰ লগতো ক্ৰিয়াকাণ্ড জড়িত। মন্ত্ৰৰ ব্যৱহাৰ ধৰ্ম্মতো আছে। ধৰ্ম্মীয় ক্ৰিয়াকাণ্ডৰে দেৱতাক সন্তুষ্ট কৰি সুফল পোৱাৰ লগত ক্ৰিয়াকাণ্ড সমাধা কৰোঁতাজনৰ অৱস্থাৰ সম্বন্ধ আছে। এইবোৰ সাদৃশ্য থাকিলেও কিন্তু ধৰ্ম্ম আৰু মেজিকৰ মাজত বহু পাৰ্থক্যও আছে। ফ্ৰেজাৰে দুয়োৰে মাজত থকা পাৰ্থক্যলৈ আঙুলিয়াইছে। সেইবোৰ বহুতেই মানি লৈছে। তেওঁৰ মতে প্ৰভুত্ব বিস্তাৰ কৰিব পৰা শক্তিশালী মন্ত্ৰৰ জৰিয়তে প্ৰকৃতিক নিয়ন্ত্ৰণাধীন কৰাৰ প্ৰচেষ্টা চলোৱা হয় মেজিকৰ দ্বাৰা। আনহাতে প্ৰাৰ্থনাৰ দ্বাৰা দৈৱশক্তিক সন্তুষ্ট কৰাৰ প্ৰচেষ্টা ধৰ্ম্মৰ মাজত দেখা যায়। মেজিকৰ উদ্দেশ্য হৈছে বিশেষ শক্তিৰ দ্বাৰা অলৌকিক শক্তিক নিয়ন্ত্ৰণ কৰি নিজৰ উদ্দেশ্যে চালিত কৰা। এই শক্তিক আন উপায়েও একে উদ্দেশ্যেই কামত লগাব পাৰি। তাৰবাবে প্ৰাৰ্থনা কৰি দৈৱ বা অলৌকিক শক্তিক সন্তুষ্ট কৰিব লাগিব; তেতিয়াহে কৃপা পোৱা যাব। সেইটো কৰিব পৰা যায় ধৰ্ম্মীয় আচাৰৰ জৰিয়তে। মেজিকৰ মাজেৰে আদেশ দিয়া হয়; ধৰ্ম্মৰ মাজেৰে কৃপা ভিক্ষা কৰা হয়। মেলিনোস্কিয়ে ধৰ্ম্ম আৰু মেজিক দুয়োটাৰে প্ৰয়োজনীয়তালৈ লক্ষ্য ৰাখি ব্যাখ্যা দিবলৈ চেষ্টা কৰিছে। তেওঁৰ মতে ক্ৰিয়াকাণ্ড আৰু মন্ত্ৰৰ দ্বাৰা মানুহৰ শক্তি প্ৰয়োগ কৰি নিৰ্দ্দিষ্ট ফল পাব পাৰি। এই কথাবাৰত সাধাৰণভাবে বিশ্বাস কৰাটোৱেই হৈছে মেজিক। মেজিকৰ কৌশল সীমিত আৰু নিৰ্দ্দিষ্ট ব্যৱহাৰিক উদ্দেশ্যে মেজিক ক্ৰিয়া সম্পাদিত কৰা হয়। আনহাতে ধৰ্ম্মৰ মাজত কিছুমান বিশ্বাস আৰু মতৱৰ জটিল সমাবেশ দেখা যায়। বিষয়-বস্তু বা কাৰ্য্যাৱলীৰ দ্বাৰা বিশ্বাস আৰু মতৱ সংযোজিত নহয়। কি উদ্দেশ্যে সেইবোৰ প্ৰয়োগ কৰা হল, তাৰ দ্বাৰা কি

সাধিত হল বা ফল পোৱা গল, সেইবোৰ বিশ্লেষণ কৰিলে দুয়োটাৰ মাজত থকা সম্বন্ধ ওলাই পৰে। পিডিংটনে ধৰ্ম্ম আৰু মেজিকৰ ব্যাখ্যা আন ধৰণে দিছে। অলৌকিক বা অতিলৌকিকত বিশ্বাস বা মতবাদটোৱে হৈছে ধৰ্ম্ম। এই মতবাদৰ ব্যৱহাৰিক প্ৰয়োজনেই হল মেজিক। অৰ্থাৎ দুয়োটাৰ মাজত নিবিড় সম্বন্ধ। বস্তুৰ ইপিঠি সিপিঠি যেন। তেওঁৰ সংজ্ঞা মানি ললে যিবোৰ আচাৰ অতি অৱশ্য-ধৰ্ম্মীয় বুলি কোৱা হয় সেইবোৰ মেজিকীয় উপাদানেৰে গঠিত বুলি কব লাগিব। আনসকল পণ্ডিতে মেজিক আৰু ধৰ্ম্মৰ মাজত স্পষ্ট সীমাৰেখা নিৰ্দ্ধাৰণ কৰা কঠিন কাম বুলি বিবেচনা কৰি মেজিক আৰু ধৰ্ম্মক একেলগে লৈ মেজিক-ধৰ্ম্মীয় বুলি বৰ্ণনা কৰিছে।

মেজিকীয় কাৰ্য্যকলাপত সাধাৰণতে ব্যক্তিবিশেষ জড়িত থাকে। কোনো ব্যক্তিয়ে নিজৰ স্বাৰ্থ পূৰণৰ বাবে এনে ক্ৰিয়া-কাণ্ডৰ সহায় লয়; স্বাৰ্থ সিদ্ধিৰ বাবে লোকৰ অনিষ্টও সাধন কৰে। বহুত সময়ত মেজিকৰ লগত সমাজ-বিৰোধী কাৰ্য্যকলাপ জড়িত থাকে। মেজিকৰ মাজেৰে মানুহ বিৰোধত লিপ্ত হয়। কিন্তু ধৰ্ম্মীয় ৰীতিনীতি ক্ৰিয়াকাণ্ড আদি মূলতঃ সামাজিক আচাৰ। সেইবোৰৰ প্ৰতি সমাজৰ অনুমোদন আছে। ধৰ্ম্মৰ এটা মূল উদ্দেশ্য হৈছে সামাজিক পৰিবেশৰ লগত মিলাই চলা, শান্তি আৰু সহ-অৱস্থানৰ অনুকূল পৰিবেশৰ সৃষ্টি কৰা। বিৰোধলৈ যোৱাৰ পৰিবৰ্ত্তে সম্প্ৰীতি সদ্ভাৱ প্ৰতিষ্ঠা কৰা। এনে ধৰণে নৈতিকতাৰ দৃষ্টিভঙ্গীৰে বিচাৰ কৰিলে সমাজৰ বাবে মেজিক বেয়া বস্তু, কিন্তু ধৰ্ম্ম ভাল বস্তু আৰু সমাজৰ বাবে বৰ মূল্যবান। অসৎ-মেজিক বা চোৰা-মেজিক বুলি এষাৰ কথা আছে; কিন্তু অসৎ বা চোৰা ধৰ্ম্মৰ উল্লেখ ক'তো পোৱা নাযায়।

অকল এটা মাত্ৰ প্ৰভেদলৈ লক্ষ্য ৰাখি মেজিক আৰু ধৰ্ম্মক পৃথক কৰা টান কাম নহয়। কিন্তু যেতিয়া দুয়োটাৰ পৰিধি ওপৰা-

ওপৰিকৈ পৰে তেতিয়া ইটোক সিটোৰ পৰা বেলেগ কৰা টান হৈ পৰে। বহুতো ধৰ্ম্মীয় আচাৰৰ মাজত মেজিক মনোভাৱ লুকাই আছে। তেনেদৰে মেজিকীয় ক্রিয়াকাণ্ডৰ মাজত ধৰ্ম্মীয় বিশ্বাস প্রতিফলিত হয়। বেমন্দফার্থে মেজিকত পোৱা ধৰ্ম্মীয় উপাদান আৰু ধৰ্ম্মত থকা মেজিকীয় উপাদানৰ তালিকা এখন কৰিছে। দুয়োবিধৰ আচাৰ আৰু বিশ্বাস কেনেকৈ ওপৰা-ওপৰিকৈ থাকে তাকেই তালিকাখনত দেখুৱাইছে। ইয়াত তালিকাখনৰ চমু আভাস দিবলৈ তাৰ পৰা কিছু অংশ উদ্ধৃত কৰা হল।

অসমীয়া হিন্দু সমাজত বৰষুণ হবৰ বাবে কৰা মেজিকীয় ক্রিয়াকাণ্ডৰ উল্লেখ আগতে পাই অহা হৈছে। বৰষুণৰ বাবে নাম-প্রসঙ্গ, যাগ-যজ্ঞৰ ব্যৱস্থা কৰাও দেখা যায়। এইবোৰ ধৰ্ম্মীয় অনুষ্ঠান। প্রার্থনা কৰি মন্ত্র গাই ভগবানক সন্তুষ্ট কৰিবলৈ প্রচেষ্টা চলোৱাটো ধৰ্ম্মীয় ৰীতি। কিন্তু এইবোৰ ক্রিয়াকলাপৰ আঁৰত মেজিকীয় মনোভাবো লুকাই থাকে। ৰজা জন্মেজয়ে সর্প নিধন যজ্ঞ পাতিছিল। ৰজা, পুৰোহিত, সকলোৱে বিশ্বাস কৰিছিল, যজ্ঞত আহুতি দিয়াৰ লগে লগে সর্পবোৰে যজ্ঞৰ অগ্নিকুণ্ডত পৰি প্রাণ হেৰুৱাব। এনে ধাৰণাৰ মূলতে মেজিকীয় বিশ্বাস নহয় জানো?

লৰা-ছোৱালীক অসুখ-বিসুখ হলে পুৰোহিত, অধিকাৰ আদিৰ ওচৰলৈ লৈ যোৱা হয় আশীর্ব্বাদ বিচাৰি। বহুতেই বিশ্বাস কৰে, মহাপুৰুষ সকলৰ স্পর্শ পালে, কৰুণা পালে বেমাৰ-আজাৰ ভাল হৈ যাব। ধৰ্ম্মীয় গুৰুসকলৰ গাত ঐশ্বৰিক বা অলৌকিক শক্তি থাকে, যি শক্তিয়ে বহুত অপায় অমঙ্গল দূৰ কৰিব পাৰে। অষ্ট্রেলিয়াৰ আদিবাসী সমাজত নায়কৰ শৰীৰত এক প্রচণ্ড অলৌকিক শক্তি নিহিত থাকে। সেইকাৰণে কিছুমান বস্তু তেওঁ চুৱা উচিত নহয়। কিয়নো স্পর্শৰ মাজেৰে শক্তি তেওঁৰ শৰীৰৰ পৰা আঁইনলৈ গুচি যাব। এই দুয়োবিধ বিশ্বাসৰ মূল তেটি একেটা যেনেই লাগে।

| | | |
|---|---|---|
| ১<br>সাধারণতঃ ম্যাজিকীয় বুলি মানি লোরা উপাদান। | অলৌকিকর ওপরত মানুহর শাসন থকা কথার প্রতি স্বীকৃতি।<br>মন্ত্রর আজ্ঞা পালন করার পরা ক্ষমতা।<br>ক্রিয়াকাণ্ড, যত ম্যাজিকীয় পদার্থ (দরব) ব্যৱহার করা হয়। সেই পদার্থবোরর নিজস্ব শক্তি থাকে। অলৌকিক শক্তিত (যেনে মানা) বিশ্বাস; ব্যক্তিগত স্বার্থ পূরণর ব্যৱস্থা। | মুখ্যতঃ ম্যাজিকীয় উপাদান, কিন্তু ধর্মীয়তো দেখা যায়।<br>শব্দর বাধ্যতাসূচক শক্তি। কোনো পদার্থ, প্রতীক চিহ্ন, মূর্ত্তি আদির গুণ।<br>ব্যক্তিগত বা একাগর উদ্দেশ্য পূরণর অর্থে প্রয়োগ। |
| ২<br>সাধারণতঃ ধর্মীয় বুলি মানি লোরা উপাদান। | অতিরিক্ত-মানব সাহায্যত বিশ্বাস সাহায্যর বাবে প্রার্থনা।<br>ক্রিয়াকাণ্ডত প্রতীক চিহ্ন, প্রণামী, উৎসর্গ আদির ব্যৱহার।<br>অলৌকিক শক্তিত বিশ্বাস। দলগতভাবে অংশ গ্রহণ (যেনে, গীর্জা, মাসজিদ আদি)। | মুখ্যতঃ ধর্মীয় উপাদান, কিন্তু ম্যাজিকতো দেখা যায়।<br>Spirit agencyর ভবিষ্যতে শাসন।<br>দলর পার্থিব স্বার্থ। বরষুণ আদির বাবে প্রার্থনা। অর্দ্ধ নৈতিক পদ্ধতি, কার্যকরী শক্তি আদির প্রতি আশীর্বাদ। |

আদিবাসী সমাজত প্ৰচুৰ শস্য উৎপাদন কৰিবলৈ বা অন্য যাবতীয় প্ৰয়োজনীয় বস্তু নিৰ্ম্মাণ কৰিবলৈ অথবা ফল পোৱাৰ পিছত ভোজভাত খাই কিছুমান আচাৰ পালন কৰাৰ ৰীতি আছে। সেই আচাৰ অনুষ্ঠানৰ মাজেৰে মূলতঃ মেজিকীয় মনোভাৱ প্ৰকাশ পায়। ১৯৩৫ চনত অষ্ট্ৰিয়াৰ এটা গীৰ্জ্জাৰ প্ৰাঙ্গণত মটৰ গাড়ীৰ সমাবেশ হৈছিল। সেই অনুষ্ঠানত অষ্ট্ৰিয়াৰ বাণিজ্য-মন্ত্ৰী প্ৰমুখ্যে বহুত বিশিষ্ট নাগৰিকে যোগ দিছিল। অষ্ট্ৰিয়াৰ কাৰ্ডিনেলে মটৰ গাড়ীবোৰক আনুষ্ঠানিকভাবে আশীৰ্ব্বাদ দিছিল। আদিবাসীয়ে ভোজ পতা আৰু অষ্ট্ৰিয়াৰ মটৰ ব্যৱসায়ীৰ এই অনুষ্ঠানৰ মাজত মৌলিক সাদৃশ্য থকা যেন নালাগেনে ?

প্ৰাৰ্থনাৰ মূল উদ্দেশ্য হৈছে কাকুতি মিনতি কৰি অভীষ্ট বস্তু প্ৰদান কৰিব পৰাজনক সন্তুষ্ট কৰি সিদ্ধি লাভ কৰা। কিন্তু কিছুমান প্ৰাৰ্থনাৰ গঠনভঙ্গী এনেকুৱা যে সেইবোৰ উচ্চাৰণ কৰি কাকুতি মিনতি কৰাৰ পৰিবৰ্ত্তে আদেশ দিয়া যেনেহে লাগে। আকৌ কোনো কোনোৱে একেটা প্ৰাৰ্থনাকে আওৰাই থাকি বিশ্বাস কৰে, এইদৰে পুনৰাবৃত্তি কৰি থাকিলে ফল লাভ কৰিব পৰা যায়। প্ৰাৰ্থনাৰ এই ৰূপটোৰ বিশ্লেষণ মেজিকীয় আৰু ধৰ্ম্মীয় দুই দৃষ্টিভঙ্গীৰেই দিব পাৰি।

টিকোপীয়া সমাজত মানুহে পানীত বৰশী পেলাই মন্ত্ৰ গায়। তাৰদ্বাৰা মাছক আদেশ দিয়ে বৰশীৰ টোপ গিলিবলৈ। মাছমৰীয়া-জনে মাছক সম্বোধন কৰিয়ে সেইবোৰ গায়; তাত আন কোনো দেৱতাৰ স্থান নাই। অকল আদেশ দিয়েই সি ক্ষান্ত নাথাকে, কিয়নো সি জানে মন্ত্ৰ উচ্চাৰণ কৰিলেই মাছে টোপ নিগিলে। সি মাছক মানুহ যেন গণ্য কৰি মাছক সম্বোধি কথা কয়, লোভ দেখুৱায়। মাছ দ পানীত থাকে। মাছে তাৰ কথা শুনিবও পাৰে। সেইকাৰণে সি তাৰ মৃত পূৰ্ব্বপুৰুষ, দেৱতা আদিকো অনুৰোধ কৰে, তাক সহায় কৰিবলৈ। এইদৰে বিভিন্ন ধৰণৰ মন্ত্ৰ

বিভিন্ন জনৰ উদ্দেশ্যে কোৱাৰ ফলত মেজিক আৰু ধৰ্মীয় বিশ্বাস দুয়োটা সাঙোৰ খাই পৰে। ইটোৰ পৰা সিটোক বিচ্ছিন্ন কৰা টান হৈ পৰে। বিচ্ছিন্ন কৰিব খুজিলে প্ৰতিটো শব্দ বিশ্লেষণ কৰি কোনটো মেজিকীয়, কোনটো ধৰ্মীয়, উলিয়াব লাগিব। তেনে কৰাৰ ফলত মন্ত্ৰ অৰ্থহীন যেন হৈ পৰিব। তদুপৰি সি মাছৰ টোপ গিলাবলৈ যিসকল দেৱতাৰ সাহায্য বিচাৰে, সেই একে দেৱতাকে উৰ্ব্বৰতা বৰ্দ্ধনৰ বাবে পতা অনুষ্ঠান আদিতো সম্বোধন কৰে। বেমাৰ-আজাৰ, প্ৰাকৃতিক দুৰ্যোগ, মৃত্যু, দীক্ষাগ্ৰহণ আদি বিভিন্ন উপলক্ষ্যতো একে দেৱতাকেই অৰ্চ্চনা কৰা হয়।

অসমীয়া মানুহেও পানীত বৰশী পেলাই গায়

চেঙ ককাই লৰি আহ
মোৰ বৰশীত ধৰহি আহ
অইনৰ বৰশী তিতা
মোৰ বৰশী মিঠা।

এইদৰে কেইটামান উদাহৰণ লৈ বিশ্লেষণ কৰিলে বেমন্দফাৰ্থে যুগুত কৰা তালিকাখনৰ সাৰমৰ্ম্ম মানি লোৱাৰ সপক্ষে বহুতো যুক্তি ওলাই পৰিব। মেজিক আৰু ধৰ্ম্মৰ ব্যাখ্যা স্বকীয়াকৈ দিব পাৰি। কিন্তু আচাৰ, ৰীতি-নীতিবোৰৰ মাজত দুয়োবিধৰে প্ৰভাব সুস্পষ্ট : ক্ৰিয়াকাণ্ডবোৰৰো কোনটো মেজিকীয় আৰু কোনটো ধৰ্মীয় বাচি উলিয়াব পৰা যায়। পিছে উদ্দেশ্য সিদ্ধিৰ বাবে দুয়োটাকে প্ৰয়োগ কৰাৰ ফলত দুয়োটা সানমিহলি হৈ পৰে। মেজিক আৰু ধৰ্ম্মৰ প্ৰতিচ্ছবি ওপৰা-ওপৰিকৈ প্ৰতিফলিত হয় বাবেই আগতে উল্লেখ কৰি অহাৰ দৰে বহুতেই এটাক আনটোৰ পৰা পৃথক নকৰি দুয়োটাকে একেলগে লৈ মেজিক-ধৰ্মীয় আচাৰ বুলি কব খোজে। অৱশ্যে ইয়াৰ দ্বাৰা এইটোকে নুবুজায় যে মেজিক আৰু ধৰ্ম্মৰ সংজ্ঞা বেলেগে দিব নোৱাৰি।

অলৌকিক শক্তি আৰু অলৌকিক ব্যক্তি বুলি দুটা কথা আছে।

কিছুমানৰ মতে অলৌকিক শক্তিৰ প্ৰতি বিশ্বাস, অলৌকিক ব্যক্তিৰ প্ৰতি হোৱা ধাৰণাতকৈ আদিম। দ্বিতীয় বিধৰ জটিলতাও বহুত বেছি। মানৱৰ প্ৰগতিৰ লগে লগে অলৌকিক ব্যক্তি, দেৱতা আদিয়ে জটিল ৰূপ ধাৰণ কৰিলে। মেজিকৰ লগত বেছিকৈ যুক্ত হৈ থাকে অলৌকিক শক্তিৰ অস্তিত্বৰ ধাৰণা। আনহাতে ধৰ্ম্মীয় বিশ্বাসত অলৌকিক ব্যক্তি বা দেৱতাই স্থান পায়। এই দৃষ্টিভঙ্গীৰে চাবলৈ গলে মেজিকীয় বিশ্বাস, ক্ৰিয়াকাণ্ড, ধৰ্ম্মীয় আচাৰ, ৰীতি-নীতিতকৈ পুৰণি। অৱশ্যে এইটো বিতৰ্কৰ বিষয়।

এশ বছৰ পূৰ্ব্বে প্ৰখ্যাত নৃতাত্ত্বিক টেইলৰে প্ৰমাণ কৰিব লগীয়া হৈছিল, পৃথিবীত বাস কৰা সকলো মানুহৰেই, যিমানেই আদিম নহওক লাগে, নিজস্ব ধৰ্ম্ম আছে। অৱশ্যে আজি আৰু কোনেও সকলো মানুহৰেই ধৰ্ম্ম থকা বুলিলে একো প্ৰশ্ন নকৰে। ধৰ্ম্ম থকা কথা সকলোৱে মানি লৈছে। অৱশ্যে এটা কথা ঠিক যে উচ্চ-শিক্ষিত ব্যক্তি এজনে ধৰ্ম্ম বুলিলে যি বুজিব, সেই ভাবধাৰাৰে চালে আদিম-ধৰ্ম্মীয় আচাৰবোৰ বিসদৃশ যেন লাগিব পাৰে। কিন্তু আদিম সমাজত সেই বিসদৃশ যেন লগা বিশ্বাস, আচৰণ আদিৰ প্ৰয়োজনীয়তা, উচ্চ-শিক্ষিতজনে ধৰ্ম্ম বোলোঁতে বুজা ধৰ্ম্মৰ প্ৰয়োজনীয়তাতকৈ কোনো গুণে কম নহয়। নৰমুণ্ড চিকাৰ, নৰখাদক, নৰবলি আদি শব্দবোৰ আমাৰ কাৰণে ভীতিপ্ৰদ হব পাৰে। কিন্তু সেই সমাজৰ পৰিপ্ৰেক্ষিতত এনে ধৰ্ম্মীয় আচাৰৰ প্ৰয়োজনীয়তা কোনেও অস্বীকাৰ কৰিব নোৱাৰে। আদিম সমাজৰ ধৰ্ম্ম-বিশ্বাস মতে গছ-গছনি, পাহাৰ-পৰ্ব্বত, নৈ বিল আদিয়ে কথা কব পাৰে; চলন শক্তিও আছে। চৰাই-চিৰিকতি, জীৱজন্তু আদিৰ প্ৰতিও অসীম ভক্তি। খোৱা-বোৱা, চলন-ফুৰণ আদিৰ প্ৰতি ধৰ্ম্মীয় নিষেধ থাকে। শৰীৰ অশুচি হলে বেমাৰ-আজাৰ হয়। এইবোৰ লৰাৰ খেমালি বা অসাৰ যেন লাগিব পাৰে, কিন্তু এইবোৰো ধৰ্ম্ম-বিশ্বাসৰ প্ৰধান অঙ্গ। এইবোৰৰ লগতে সম্বন্ধ আছে প্ৰজনন প্ৰক্ৰিয়াৰ,

উদ্ভিদজাত দ্ৰব্যৰ। এইবোৰৰ দ্বাৰাই তেওঁলোকে প্ৰাকৃতিক ক্ৰিয়াৰ ব্যাখ্যা দিয়ে। আধ্যাত্মিক জ্ঞানলব্ধ এজন ব্যক্তিয়ে এইবোৰ উপলুঙা কৰিব, অসাৰ বুলি ভাবিব, কোনো গুৰুত্ব আৰোপ নকৰিব। কিন্তু যিসকল আদিবাসী সমাজৰ লগত পৰিচিত, তেওঁলোকে বুজিব পাৰিব এইবোৰৰ প্ৰয়োজনীয়তা কোনখিনিত ; কি ভাবে এইবোৰ ব্যক্তিগত আৰু সামাজিক জীৱনৰ অঙ্গ হৈ মানৱ সমাজৰ ধাৰা প্ৰবাহিত ৰাখিছে ; লগতে মানৱ জীৱনৰ উৎকৰ্ষও সাধন কৰিছে।

দেখা গৈছে, প্ৰত্যেক সমাজৰ মানুহেই অলৌকিক শক্তি আৰু অলৌকিক ব্যক্তিৰ বা দেৱতাৰ অস্তিত্বত বিশ্বাস কৰে। লগতে এইটোও বিশ্বাস কৰে যে এইবোৰে মানুহৰ কাৰ্য্যকলাপৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰে। এই কথাষাৰে টেইলৰক ইমান প্ৰভাৱান্বিত কৰিছিল যে তেওঁ একে আষাৰতে ধৰ্ম্মৰ সংজ্ঞা দি এনে ধৰ্ম্মক জড়োপাসনা ( animism ) বুলি কৈছে। তেওঁ জড়োপাসনাৰ বৰ্ণনা এনেভাবে দিছে—অলৌকিক ব্যক্তিৰ অস্তিত্বত বিশ্বাস। ধৰ্ম্মৰ কথা ভাবিলে পোনতেই আমাৰ মনলৈ আহে ভগবান, দেৱ-দেৱী আদিৰ কথা। কিন্তু আদিম ধৰ্ম্মই অলৌকিক শক্তিক কেন্দ্ৰ কৰি থাকে। অলৌকিক শক্তিৰ বিশ্বাসৰ শ্ৰেণীবিভাগ বৰ সহজ নহয়। অষ্ট্ৰেলিয়াৰ আদিবাসীৰ ধৰ্ম্মৰ গুৰি কথা হৈছে আগৰে পৰা থকা কিছুমান অলৌকিক ব্যক্তি। সেইবোৰে কেতিয়াবা জীৱ-জন্তু, গছ-গছনি বা আন কোনো প্ৰাকৃতিক বস্তুৰ ৰূপ লয়। কেতিয়াবা আকৌ মানুহৰ দ্বাৰা নিৰ্ম্মিত সঁজুলিৰ লগতো সেইবোৰৰ যোগাযোগ থাকে বুলি বিশ্বাস কৰে। তেনে এবিধ বস্তু হৈছে বুল-ৰোৰাৰ (Bull-Roarer) নামৰ সঁজুলি এটা। এইটো সঁজুলি বৰ পবিত্ৰ। ই ধৰ্মীয় অনুষ্ঠানৰ কেন্দ্ৰস্বৰূপ। প্ৰজনন, উৰ্বৰতা আদিৰ লগতো ইয়াৰ নিবিড় সম্বন্ধ। কোনো কোনো ঠাইত ভূতৰ অস্তিত্বতো বিশ্বাস কৰে। কোনো কোনো ঠাইত আকৌ দেৱতাৰ স্থান পোৱা অলৌকিক ব্যক্তিৰ অস্তিত্ব থকাৰ কথা জনা যায়।

থুলমূলকৈ চালে প্ৰধানতঃ দুই প্ৰকাৰৰ অলৌকিক শক্তি দেখা যায়। এক প্ৰকাৰৰ অলৌকিক ব্যক্তিৰ উৎপত্তিৰ গুৰি মানৱ বুলি বিবেচনা কৰা হয়। দ্বিতীয় প্ৰকাৰৰ উৎপত্তিৰ গুৰি মানৱ নহয়; কিন্তু সেইবোৰতো মানৱীয় গুণ থাকিব পাৰে।

মানৱৰ পৰা উৎপত্তি হোৱা অলৌকিক ব্যক্তি, শক্তি আদি ইমান বিভিন্ন ধৰণৰ যে সেইবোৰৰ শ্ৰেণীবিভাগ কৰি ব্যাখ্যা কৰা সহজ নহয়। তদুপৰি সেইবোৰৰ দ্বাৰা তেওঁলোকে কি বুজে, সেই কথা ভাষাৰে প্ৰকাশ কৰা টান। সেইবোৰ যেন অভিজ্ঞতালব্ধ বা উপলব্ধিৰহে বস্তু। আত্মা আৰু শৰীৰৰ পাৰ্থক্য আমি সহজে বুজো, আৰু ব্যাখ্যাও দিব পাৰো। কিন্তু তাৰ বাহিৰেও প্ৰত্যেক ব্যক্তিৰ জীৱনত এনে কিছুমান দিশ আছে যিবোৰ সহজ সৰল বৰ্ণনাৰে বুজাব নোৱাৰি। আমি কেতিয়াবা মানুহৰ প্ৰাণশক্তি বা প্ৰাণ-প্ৰাচুৰ্য্যৰ কথা কওঁ। প্ৰাণশক্তি আংশিকভাৱে মনস্তাত্বিক আৰু আংশিকভাৱে শাৰীৰিক। আকৌ আমি মানুহৰ ব্যক্তিত্বৰ কথাও কওঁ। ব্যক্তিত্ব-সম্পন্ন ব্যক্তি এজনৰ ব্যক্তিত্ব কোনটো, কিভাৱে, কিয় প্ৰকাশ পাইছে তাৰ বৰ্ণনা দিয়া সহজ কথা নহয়। প্ৰাণ-প্ৰাচুৰ্য্যৰ ক্ষেত্ৰতো একেই কথা। কিন্তু প্ৰাণ-প্ৰাচুৰ্য্য বা ব্যক্তিত্ব শব্দ দুটাৰ পৰাই আমি বহু কথা বুজি লওঁ। তেনেদৰে আদিবাসী সমাজতো এনে ধৰণৰ শব্দ প্ৰয়োগ কৰা হয়। সেই-বোৰৰ দ্বাৰা ঠিক কি বুজায়, সমাজৰ বাহিৰৰ মানুহৰ পক্ষে বুজাটো সহজ কথা নহয়। তথাপি আত্মা, ব্যক্তিত্ব, অচেতন, অৱচেতন আদি নানান আখ্যা দি সেইবোৰ বুজাবৰ চেষ্টা কৰা হৈছে। এই সকলোবোৰৰ বিষয়ে আলোচনা কৰা সম্ভৱ নহয়। সেইবাবে চাৰিটা প্ৰধান দিশৰ বিষয়ে আলোচনা কৰা যাওক। চাৰিটাৰেই মূল কথা হল প্ৰতিজন মানুহৰ এটা দ্বিতীয় সত্বা বা অশৰীৰি ৰূপ বা প্ৰতিলিপি থাকে। সেইটো প্ৰাণশক্তি হব পাৰে। সেইটো সপোন দেখোতে শৰীৰৰ পৰা ওলাই যাব পাৰে। সেইটো

ছাঁ-স্বৰূপ হয়। আকৌ মৃত্যুৰ পিছতো তাৰ অস্তিত্ব বৈ যাব পাৰে। তেতিয়া তাক কোৱা হয় আত্মা বা ভূত। এই চাৰিটাৰ বিষয়ে এটা এটাকৈ চমুকৈ আলোচনা কৰা যাওক।

মানুহৰ প্ৰাণ-প্ৰাচুৰ্য্য বা অশৰীৰি প্ৰাণশক্তি শৰীৰৰে সত্তা এটা যেন। সেইটোৰ কোনো আকাৰ নাই, সেইটো অদৃশ্য। সেইটোৰ ভাল-বেয়াৰ ওপৰতে শৰীৰৰ ভাল-বেয়া নিৰ্ভৰ কৰে। কোনো উপায়ে সেইটো শৰীৰৰ পৰা ওলাই গলে মানুহজন অসুস্থ হৈ পৰে। সেইটো ঘূৰাই আনিব নোৱাৰিলে মানুহজনৰ মৃত্যু হয়। ধ্বংসকাৰী মেজিক প্ৰক্ৰিয়াৰ দ্বাৰা এই প্ৰাণশক্তি শৰীৰৰ পৰা উলিয়াই আনিব পাৰি। সেই কাৰণে বহুতো আদিবাসী সমাজৰ মানুহে যথাযোগ্য ব্যৱস্থা গ্ৰহণ কৰে যাতে কোনেও প্ৰাণশক্তিক নিব নোৱাৰে। প্ৰাচীন কালত নিউজিলেণ্ডৰ মাৱৰীসকলে বহা ঠাইৰ পৰা উঠি ঠাইখিনি হাতেৰে জোকাৰি তাত বৈ যাব পৰাৰ সম্ভাৱনা থকা প্ৰাণশক্তিখিনি ঘূৰাই লৈছিল যাতে আন কোনো ব্যক্তিয়ে মেজিকীয় আচাৰৰ দ্বাৰা তেওঁৰ প্ৰাণশক্তিখিনি লৈ যাব নোৱাৰে। মাৱৰীসকলে তিনিবিধ প্ৰাণশক্তিত বিশ্বাস কৰে যেনে, মাউৰী, হাউ আৰু ওৰা। প্ৰত্যেকবিধ প্ৰাণশক্তিৰে ৰক্ষণাবেক্ষণ কৰা যুগুত। বিভিন্ন উপায়ে প্ৰতিবিধৰ ওপৰত প্ৰভাৱ পেলাব পাৰি।

কিছুমান সমাজত সপোনৰ বিশেষ স্থান দেখা যায়। সমাজ-ভেদে স্থান বেলেগ বেলেগ। সপোনত শৰীৰৰ পৰা এবিধ অশৰীৰি প্ৰাণশক্তি ওলাই যায়, নানান অভিজ্ঞতা আৰ্জন কৰে। মানুহ এজন বিছনাত শুই থাকে, কিন্তু সপোনত তেওঁ নানা ৰাজ্য ভ্ৰমণ কৰি আহে। এইটো কেনেকৈ সম্ভৱ? নিশ্চয় মানুহজনৰ আন এটা অস্তিত্ব থাকিব লাগিব। আত্মাৰ অস্তিত্বৰ, অলৌকিক পুৰীৰ অস্তিত্বৰ বিশ্বাস আদিৰ পাতনি এইদৰেই মেলা খালে। সপোন ৰাজ্যত ভ্ৰমণ কৰি মানুহে নানান অভিজ্ঞতা সঞ্চয় কৰে। সেইবোৰৰ দ্বাৰাই মানুহৰ জীৱনধাৰা প্ৰভাৱান্বিত হোৱা দেখা

যায়। সপোনত তেওঁলোকে বহুত কথাৰ পূৰ্ব্বাভাস আৰু নিৰ্দ্দেশ পায়। সন্তান-সম্ভৱা হোৱা তিৰোতাৰ সন্তান ল'ৰা হবনে ছোৱালী হব, কোনকালে গলে চিকাৰ পোৱা যাব, বেমাৰ-আজাৰ, অপায়-অমঙ্গল আদিৰ নিৰ্দ্দেশো সপোনতেই পোৱা যায়।

ছাঁৰ উৎপত্তি কেনেকৈ হয় ভালদৰে নাজানিলেও বহুত সমাজত ছাঁক কোনো প্ৰাধান্য দিয়া নহয়। কিন্তু কোনো কোনো সমাজত ছাঁ এটা সাধাৰণ প্ৰাকৃতিক ঘটনা নহয়। মানুহৰ ব্যক্তিত্বৰ লগত ছাঁৰ এক বিশেষ সম্বন্ধ আছে। ছাঁ মানুহৰ শৰীৰৰ প্ৰতিলিপি। এই প্ৰতিলিপিৰ ওপৰত কোনো ক্ৰিয়া কৰিলে শৰীৰৰ ওপৰতো তাৰ প্ৰতিক্ৰিয়া হোৱাৰ সম্ভাৱনা। আত্মাৰ লগতো ছাঁৰ বিশেষ সম্বন্ধ আছে। প্ৰাণশক্তিৰ লগতো আছে। আনকি দাপোণ বা পানীত দেখা প্ৰতিবিম্বৰ মাজেৰেও মানুহৰ অশৰীৰি প্ৰাণশক্তিৰ প্ৰকাশ দেখা যায় বুলি বিশ্বাস কৰে। সেইকাৰণে বহুতো আদি বাসীয়েই ফটো তুলিবলৈ নিদিয়ে। তেওঁলোকৰ বিশ্বাস, ফটোত উঠা ছবিখনত তেওঁলোকৰ অশৰীৰি প্ৰাণশক্তি গুচি যায়। মানুহজন নিশকটীয়া হৈ পৰিব অথবা ফটোখনত মেজিক কৰি মানুহজনৰ শৰীৰতো তাৰ প্ৰতিক্ৰিয়া ঘটাব পাৰি।

অকল ছাঁ বা প্ৰতিবিম্বতে নহয়, শৰীৰৰ কোনো কোনো বিশেষ অঙ্গতো বিশেষ ধৰণৰ প্ৰাণশক্তি লুকাই থাকে বুলি বহুতে বিশ্বাস কৰে। পেট, চকু, মূৰ আদি প্ৰাণশক্তিৰ কেন্দ্ৰ স্বৰূপ। এইবোৰ অঙ্গ সযতনে ৰক্ষা কৰা উচিত। আনৰ স্পৰ্শ পালে প্ৰাণশক্তি কমি যোৱাৰ সম্ভাৱনা।

প্ৰায় সকলোবোৰ সমাজৰ মানুহেই বিশ্বাস কৰে যে মৃত্যুৰ লগে লগেই মানুহ এজন নিঃশেষ হৈ নাযায়; অশৰীৰি ৰূপ লৈ মানুহ ৰৈ যায়। এই অশৰীৰি ৰূপ বা আত্মাৰ অস্তিত্বৰ বিশ্বাস সমাজভেদে ভিন ভিন। মৃত্যুৰ পিছত আত্মা কলৈ যায়, কি হয় ইত্যাদি বিষয়ে বহুতো সমাজৰেই কোনো সুস্পষ্ট ধাৰণা নাই। কোনো কোনোৰ মতে আত্মা অবিনাশী। কোনেও আত্মাক ধ্বংস

কৰিব নোৱাৰে। সিপুৰীৰ বৰ্ণনাও কোনো কোনো মানুহৰ জনা আছে। আকৌ আন কিছুমানৰ মতে আত্মা অবিনাশী নহয়। আনকি মেজিক কৰা মানুহে আত্মাক নিয়ন্ত্ৰণ কৰিব পাৰে। আত্মাক ধৰি পানীত পেলাই দিব পাৰে, অথবা এৰাবাৰীত থৈ দিয়ে। তাত জুই লাগি আত্মা পুৰি যায়।

মৃত্যুৰ পিছতো অবিনাশী আত্মাৰ স্থিতিত বিশ্বাস কৰাৰ বাবে পূৰ্ব্বপুৰুষৰ পূজা, শ্ৰাদ্ধ আদি আচাৰৰ সূচনা হ'ল। মৃতকৰ আত্মাই যে অকল কোনো ঠাইত আশ্ৰয় গ্ৰহণ কৰি থৈ যায় তেনে নহয়, আত্মাই উত্তৰ পুৰুষৰ দৈনন্দিন জীৱনৰ প্ৰতিও লক্ষ্য ৰাখে। তেওঁলোকৰ ভালৰ কাৰণে যত্ন কৰে। কোনো সমস্যাই দেখা দিলে সমাধানত সহায় কৰে। মানুহ বা আন কোনো মাধ্যমেৰে পুৰণি সমাজত ভূমুকিও মাৰে।

এনে ধৰণৰ বিশ্বাস পৃথিৱীৰ নানা মানুহৰ মাজত প্ৰচলিত। দক্ষিণ-পূব আফ্ৰিকাৰ বা-ইলা আৰু পলিনেচীয়াৰ টিকোপীয়াৰ কথাকে কোৱা যাওক। মানুহ জন্তুলৈ ৰূপান্তৰিত হোৱা কথাত বা-ইলাসকলে বিশ্বাস কৰে। তেওঁলোকৰ বিশ্বাস, সিংহ গোত্ৰৰ মানুহ মৃত্যুৰ পিছত সিংহৰ ৰূপ লব পাৰে। তেনে সিংহই কেতিয়াবা জন্তু হত্যা কৰি মানুহৰ বাবে এৰি থৈ যায়। কেতিয়াবা আকৌ সিংহৰ পুৰণি বন্ধু মানুহবোৰে ভয়তে দোৱা চাই আমোদ পাবলৈ মানুহক খেদি আহে। কিন্তু লৰি পলোৱা মানুহজনে বৈ গৈ সিংহক মানুহৰ পুৰণি নামটোৰে মাতিলে সিংহ বৈ যায়; আৰু খেদি নাহে। টিকোপীয়া মানুহে বিশ্বাস কৰে, মৃত্যুৰ পিছত মানুহ এন্দুৰ, মাছ, বাদুলি বা চৰাইলৈ ৰূপান্তৰিত হয়। এই জীৱ-জন্তুবোৰে সাধাৰণ জীৱ-জন্তুৰ দৰে মানুহ দেখি পলাই নগলে জানিব লাগিব যে সেইবোৰ মানুহৰ পৰা হোৱা। সেইকাৰণে সিহঁতে ভয় খাই লৰি নপলায়, মানুহৰ ওচৰে পাজৰে থাকে।

মানুহৰ আত্মাই যিকোনো জীৱজন্তুৰ ৰূপ লব পাৰে। এনে

বিশ্বাস আৰু বিশ্বাসৰ লগত জড়িত কাৰ্য্যকলাপৰ পৰা এইটোৱেই ওলাই পৰে যে মৃতকে জীৱিত আত্মীয়-স্বজনৰ লগত সম্বন্ধ ৰাখিবলৈ যত্ন কৰে। বহুতো সময়ত নানান নজনা কথাৰ ব্যাখ্যা এনেবোৰ বিশ্বাসৰ দ্বাৰাই দিয়া দেখা যায়। বিশ্বাসবোৰে কিদৰে প্ৰক্ৰিয়া কৰে তাৰ ব্যাখ্যা দিয়া সম্ভৱ হলেও, কি কাৰণে আত্মাই বিশেষ ৰূপ ধাৰণ কৰে তাৰ বিশ্লেষণ দিয়া বহুতো সময়ত সম্ভৱপৰ নহয়।

বা-ইলাসকলে পুনৰজন্মত বিশ্বাস কৰে। মৃত্যুৰ পিছত সোন-কালেই হওক বা পলমকৈয়ে হওক, প্ৰত্যেকজন মানুহেই মানুহৰ ৰূপ লৈ পৃথিৱীলৈ ঘূৰি আহে। সাধাৰণতে নাতি-নাতিনীৰ ৰূপ লৈ জন্ম লয়। কেঁচুৱাক মাকৰ গাখীৰ খাবলৈ দি পূৰ্ব্বপুৰুষ-সকলৰ নাম লোৱা হয়। যিটো নাম লওঁতে কেঁচুৱাই গাখীৰ খাবলৈ আৰম্ভ কৰে, জানিব লাগিব সেই নামৰ মানুহজনেই পুনৰ জনম লৈ সিহঁতৰ মাজলৈ ঘূৰি আহিছে।

এনে ধৰণৰ বিশ্বাস আৰু কাৰ্য্যকলাপ আন মানুহৰ মাজতো দেখা যায়। ভূতেও মানুহ ৰূপ লবলৈ ইচ্ছা কৰে। কেতিয়াবা লয়ো। টিকোপীয়া সমাজত ভূত মানুহ হৈ ঘূৰি আহে। ভূতৰ উদ্দেশ্য কিছুদিনৰ বাবে খাই বৈ স্ফূৰ্ত্তি কৰা। এনে মানুহ বেছিদিন বাচি নাথাকে। আগতে উল্লেখ কৰি অহাৰ দৰে এনেবোৰ বিশ্বাসৰ পৰা এইটোৱে ওলাই পৰে যে মানুহে মৃতকক সম্পূৰ্ণৰূপে পাহৰি নগৈ মৃতকৰ লগত কিবা এটা ধৰণে সম্বন্ধ ৰাখিবলৈ ইচ্ছা কৰে। ইচ্ছাৰ প্ৰকাশ সমাজভেদে বিভিন্ন।

যিবোৰ অলৌকিক ব্যক্তিৰ উৎপত্তিৰ গুৰি মানৱ নহয়, সেই-বোৰ বিভিন্ন প্ৰকাৰৰ। সাগৰ, হাবি, গছ-গছনি, জীৱ-জন্তু আদি বিভিন্ন বস্তুৰ দেও থাকিব পাৰে। প্ৰতিটোৰে স্বকীয়া নাম থাকে। কেতিয়াবা আকৌ এটা নামৰ দ্বাৰাই এবিধ দেওক বুজোৱা হয়। কিছুমান দেও দানৱৰ দৰে মানুহৰ অপকাৰ সাধে। কিছুমান দেও অভিভাৱক স্বৰূপ। মানুহৰ স্বাৰ্থ ৰাখে অক্ষুন্ন থাকে তালৈ

এই দেওবোৰে চকু দিয়ে। কিছুমান দেওৱে দেৱতাৰ স্থান পায়। দেৱতাসকল থাকিবলৈ বেলেগ পৃথিৱী এখন আছে। সেইবোৰৰ লগত নানান আখ্যান জড়িত থাকে।

এই দেও, ভূত, আত্মা, দেৱতা আদি অলৌকিক ব্যক্তিৰ সৃষ্টি মানুহৰ নিজৰ স্বাৰ্থৰ বাবে। এইবোৰৰ ব্যৱহাৰিক প্ৰয়োগ নথকা নহয়। বিশেষ উদ্দেশ্যে এইবোৰ সৃষ্টি হৈ মানুহৰ কামত লাগে। মানুহৰ জটিল আবেগিক অনুভূতিৰ প্ৰকাশ এইবোৰৰ মাজেৰেও হোৱা দেখা যায়। ৰহস্য ভেদ কৰিব নোৱাৰা ঘটনাৰ ব্যাখ্যা দিবলৈও এইবোৰ মনেৰে সজা হয়। উত্তৰ আমেৰিকাৰ ৰেড ইণ্ডিয়ানৰ মাজত অভিভাবক দেও এবিধ আছে। এই দেৱে মানুহৰ যত্ন লয়। সামাজিক প্ৰতিষ্ঠা, ক্ষমতা, সম্পত্তি আদি আহৰণ কৰাত সহায় কৰে। কেতিয়াবা এইবোৰ কাল্পনিক প্ৰতিমূৰ্ত্তি মানুহে দেখা পায় অৰ্থাৎ মানুহে এইবোৰক অৱলম্বন কৰিয়েই মনত সাহস আৰু দৃঢ়তা আনি নানান কাম কৰে।

প্ৰাকৃতিক ঘটনাবোৰৰ প্ৰকৃত কাৰণ নাজানি সেইবোৰৰ কাল্পনিক ব্যাখ্যা দিয়ে মানুহ ক্ষান্ত নাথাকে। সেই ব্যাখ্যাক ভিত্তি কৰি মানুহে প্ৰাকৃতিক ঘটনাক নিজৰ আয়ত্বাধীন কৰিবলৈ প্ৰচেষ্টা চলায় আৰু তাৰদ্বাৰা সামাজিক আৰু অৰ্থনৈতিক দিশৰ উন্নতি সাধে। মাৰৱীসকলৰ থকাৰ দৰে ভাগে ভাগে দেৱতা থাকিব পাৰে। মাছ মাৰিবলৈ যাওঁতে, সমুদ্ৰ-যাত্ৰা কৰোঁতে সমুদ্ৰ-দেৱতাৰ নাম লয়। নাও সাজোঁতে, চৰাই চিকাৰ কৰোঁতে বনৰ দেৱতাই সহায় কৰে। কৃষি দেৱতা আছে কৃষি কৰ্ম্মৰ বাবে। সৃষ্টি দেৱতাই পৃথিৱী আৰু মানুহক সৃজন কৰিছে। এইবোৰ দেৱতাৰ স্থান ওপৰত। এনে ওপৰৰ শাৰীৰ দেৱতাসকলৰ স্থান নিৰ্দ্ধাৰণ সম্বন্ধে নানান মতবাদ আছে। কোনো কোনো সমাজত এজন পৰমেশ্বৰ থকা বুলিও বিশ্বাস কৰে। তেওঁৰ স্থান সকলোৰে ওপৰত। সেই পৰমেশ্বৰ স্বৰূপ সমাজভেদে ভিন ভিন।

ওপৰৰ আলোচনাৰ পৰা ওলাই পৰে যে আদিবাসীসকল এক-ঈশ্বৰবাদী নহয়, বহু ঈশ্বৰ বা দেৱতাত তেওঁলোকে বিশ্বাস কৰে। অলৌকিক ব্যক্তিৰ বিষয়ে আদিবাসীসকলে বিশেষ কোনো মতবাদ পোষণ নকৰে যেন লাগে। সেইবোৰ ব্যক্তিৰ লগত নানান আখ্যান হে জড়িত থাকে। এই আখ্যানসমূহ ধৰ্ম্মীয় বিশ্বাস আচাৰৰ মেৰুদণ্ড যেন। এইবোৰৰ ব্যৱহাৰিক প্ৰয়োগ আছে। এই আখ্যান-সমূহৰ দ্বাৰাই মানুহৰ আচৰণ-বিধিও নিয়ন্ত্ৰণ কৰা হয়। সমাজৰ দ্বাৰা নিৰ্দ্দেশিত আচৰণ-বিধি মানি নচলিলে সেই দেও বা দেৱতাই মানুহক শাস্তি দিয়ে। বিচাৰৰ সময়তো সেই আখ্যানসমূহৰ উল্লেখ কৰি দোষীক যথাযোগ্য শাস্তি বিহা হয়। এনে বিশ্বাস, আচাৰ, ৰীতি-নীতি সমাজভেদে ভিন ভিন হলেও সাধাৰণতে মূলতঃ একে যেন লাগে।

অকল বিশ্বাসবোৰৰ বৰ্ণনাৰে ধৰ্ম্মৰ স্বৰূপ বিশ্লেষণ কৰিব নোৱাৰি। শূন্যৰ ওপৰত মানৱ ধৰ্ম্ম প্ৰতিষ্ঠিত নহয়। মানুহৰ কোনো বিশেষ উদ্দেশ্য পূৰণৰ বাবেও ধৰ্ম্মৰ প্ৰয়োজন। মানুহৰ বিশ্বাস ক্ৰিয়াকাণ্ডৰ মাজেৰে অভিব্যক্ত হয়। ধৰ্ম্মীয় বিশ্বাস কাৰ্য্যত পৰিণত কৰিব লাগে। অৰ্থনৈতিক লাভ, নিজক আৰু নিজৰ আত্মীয়-স্বজন, বেমাৰ-আজাৰ, অপায়-অমঙ্গলৰ পৰা আঁতৰত ৰখাৰ অভিলাস, ব্যক্তিগত আশা পূৰণ ইত্যাদিবোৰ ধৰ্ম্মভাৱৰ ইন্ধন স্বৰূপ। মেজিকৰ নিচিনাকৈ ধৰ্ম্মৰ ক্ষেত্ৰতো মানুহৰ অভিলাস পূৰণৰ বাবে কিছুমান বিশ্বাস মানি লোৱা হয়। নিৰ্দ্দিষ্ট কাৰ্য্য-পদ্ধতিয়ে বিশ্বাস আৰু অভিলাসক একত্ৰিত কৰে। ক্ৰিয়াকাণ্ডবোৰ বিশ্বাস আৰু কাৰ্য্যৰ মাজত সাঁকো যেন। অৰ্থাৎ মানুহৰ অভিলাস পূৰণৰ বাবে কোনো কথাত বিশ্বাস কৰি সেই বিশ্বাসক কাৰ্য্যত পৰিণত কৰিবলৈ ধৰ্ম্মীয় আচাৰ বা ক্ৰিয়াকাণ্ডৰ আশ্ৰয় লয়।

ধৰ্ম্মীয় আচাৰ বা ক্ৰিয়াকাণ্ড নানা তৰহৰ। সকলোবোৰৰ বৰ্ণনা দি শেষ কৰিব নোৱাৰি। ইয়াত দুটামানৰ বিষয়ে চমুকৈ আলোচনা কৰা যাওক।

দেৱতাৰ পূজা এটা সাৰ্ব্বজনীন ধৰ্ম্মীয় আচাৰ। ভগবানৰ পূজা বুলিলে আমাৰ মনলৈ আহে ভগবানৰ ওচৰত আত্ম-নিবেদন, ভগবানৰ অসীম শক্তি, অপাৰ করুণা আদিৰ প্ৰতি স্বীকৃতি জনাই ভগবানক কৃতজ্ঞতা জনোৱা। এইটো অলপ উচ্চ খাপৰ ধৰ্ম্মীয় আচাৰ। আদিবাসী ধৰ্ম্মতো ভগবানৰ ওচৰত আত্ম-সমৰ্পণ কৰা দেখা যায়। ভগবানৰ অসীম শক্তি, অপাৰ করুণাত তেওঁলোক বিশ্বাসী। কিন্তু এই সকলোবোৰৰ লগতে ধৰ্ম্মৰ ব্যৱহাৰিক প্ৰয়োগো থাকে। ভগবানৰ সন্তুষ্টিৰ অৰ্থে অথবা ভগবানৰ ওচৰত কৃতজ্ঞতা জনাবলৈ নৈবেদ্যও দিয়ে। কেতিয়াবা নৰবলি বা অইন জীৱকো বলিদান দিয়া দেখা যায়। এনে ধৰ্ম্মীয় আচাৰবোৰ বিশ্লেষণ কৰিলে দেখা যায় যে এইবোৰৰ গুৰিতে হল মানুহৰ অভিলাস পূৰণৰ চেষ্টা আৰু বিনিময়ত কিবা পোৱাৰ আশা। পূজাৰীয়ে দেৱতাৰ ওচৰত নিজকে অধম বুলি কয় কিন্তু লগতে দেৱতাৰ পৰা কিবা বিচাৰেও, নাপালে গৰিহণাও দিয়ে। দিবলৈ জোৰো কৰে। নৈবেদ্য দিয়ে আগতে পোৱা দয়াৰ কৃতজ্ঞতা জনাবলৈ অথবা সেই দয়া সদায়ে পাবলৈ অথবা নতুন দয়া আশা কৰি। গছৰ প্ৰথম ফলটো দেৱতাৰ উদ্দেশ্যে উৎসৰ্গা কৰে। ফলটো ভগবানে দিয়া বাবে কৃতজ্ঞতা স্বৰূপে ভগবানক ফলটো দিয়াই অকল উদ্দেশ্য নহয়; ফল উৎসৰ্গা কৰি আশা কৰে যাতে ভবিষ্যতেও তেনে ফল পায়।

অন্ত্যেষ্টি ক্ৰিয়াও একপ্ৰকাৰ ধৰ্ম্মীয় আচাৰ। প্ৰত্যেক সমাজতে অন্ত্যেষ্টি ক্ৰিয়াৰ ব্যৱস্থা আছে, যদিও ক্ৰিয়াকাণ্ডবোৰ একে নহয়। মানুহ এজন মৰিলে আত্মীয়-স্বজনে শটো বেৰি ধৰি শোক প্ৰকাশ কৰে আৰু তাৰ পিছত মৃতকৰ শেষ-কৃত্য কৰে। যিকোনো মানুহেই মৃতকৰ ঘৰত গোট নাখায়। কোনবোৰ মানুহ কোন মৰিলে যাব লাগিব তাৰ প্ৰতি সমাজৰ নিৰ্দ্দেশ থাকে। শোক-প্ৰকাশো সকলো ব্যক্তিৰে নিজৰ আবেগিক প্ৰকাশ নহয়। কোনে কেনে ধৰণে শোকপ্ৰকাশ কৰিব সেইটোও বহুত সমাজত নিৰ্দ্ধাৰণ

কৰি থোৱা হয়। আত্মীয়তাৰ দূৰত্বৰ দ্বাৰা শোকপ্ৰকাশ নিয়ন্ত্ৰিত হয়। শোকপ্ৰকাশৰ পৰা পাৰ্থিৱ সম্পদ লাভ হোৱাও দেখা যায়। অন্ত্যেষ্টি ক্ৰিয়াৰ আচাৰ ৰীতি-নিয়মবোৰ বিশ্লেষণ কৰিলে দেখা যায় মৃতকৰ আত্মাৰ ভাল-বেয়া, পুনৰ্জ্জন্ম আদিৰ উদ্দেশ্যে সেই ক্ৰিয়া সাধিত হোৱাতকৈ বাচি থকা লোকসকলৰ উদ্দেশ্যেহে সেইবোৰ সাধিত হয়। মৃতকৰ আত্মা কোন পথেৰে কলৈ যাব, কেনেকৈ থাকিব, সিপুৰীত কি বন্দোবস্ত হব সেইবোৰো শেষকৃত্যৰ লগত জড়িত নোহোৱা নহয়। কিন্তু তাৰ তুলনাত বাচি থকা লোক-সকলৰ বাবে বেছি কৰা হয়। মৃতকৰ পৰিয়ালে ভোজ পতা, সেই উদ্দেশ্যে বস্তুৰ বিনিময় হোৱা, মানুহৰ পৰা সহায় পোৱা ইত্যাদি সামাজিক ক্ৰিয়াৰ প্ৰতি বেছি মনোযোগ দিয়া হয় যেন লাগে। ৰেডক্লিফ ব্ৰাউনে আন্দামানৰ আদিবাসীসকলৰ মাজত প্ৰচলিত অন্ত্যেষ্টি ক্ৰিয়াৰ বৰ্ণনা দি কৈছে যে মৃত্যুয়ে সামাজিক গোটটোৰ মাজত খালি ঠাই এডোখৰৰ সৃষ্টি কৰে আৰু বাচি থকা লোক-সকলৰ আবেগত বিভ্ৰাট ঘটায়। অন্ত্যেষ্টি ক্ৰিয়াৰ দ্বাৰা সেই আবেগ প্ৰকাশিত হয়। মৃতকে সমাজত কি ভূমিকা গ্ৰহণ কৰিছিল সেইটোও ওলাই পৰে। শেষকৃত্যৰ দ্বাৰা সমাজৰ মানুহৰ মাজত সম্বন্ধ পুনৰ স্থাপিত হয়, বন্ধন দৃঢ়তৰ হয়।

মেজিক আৰু ধৰ্ম্মৰ বিষয়ে আলোচনা কৰিবলগীয়া বহুতো কথা আছে। সকলোবোৰ আলোচনা কৰা সম্ভৱ নহয়। ইয়াত মাত্ৰ দেখুৱাবলৈ চেষ্টা কৰা হৈছে যে মেজিক আৰু ধৰ্ম্মৰ সামাজিক প্ৰয়োজনীয়তা আছে। মেজিক-ধৰ্ম্মীয় বিশ্বাস বহুত সময়ত ভ্ৰান্ত ধাৰণাৰ ওপৰত ভিত্তি কৰে যদিও সেইবোৰে কিছুমান ব্যক্তিগত আৰু সামাজিক চাহিদাও পূৰণ কৰিছে। বহুত আচাৰ-ৰীতি আপাতদৃষ্টিত অসাৰ্থক অৰ্থহীন যেন লাগিব পাৰে, কিন্তু সমাজৰ পৰিপ্ৰেক্ষিতত বিশ্লেষণ কৰি চালে সেইবোৰ অৰ্থপূৰ্ণ হৈ পৰে।

---